# টমাচ জেফাৰচন

জেন লিচিংস্কি



অনুবাদক : ভৱ দত্ত



শ্ৰীভূমি পাবলিচিং কোম্পানী
৭৯, মহাত্মা গান্ধী ৰোড, কলিকতা-৯

# প্ৰথম অধ্যায়

## ভূখন পৃথিৱী

ভাৰ্জিনিয়া উপনিবেশখন ভূভাগত এনেভাৱে বিভক্ত আছিল, যে দেখিলে অনুমান হয় ভূয়োখন যেন একেখন দেশৰ অংশই নহয়। ভাৰ্জিনিয়াৰ মানচিত্ৰ এখনত চকু ফুৰালে দেখিবলৈ পোৱা যায় ইয়াৰ গোটেই পশ্চিমাঞ্চলটো বোন্দামেকুৰী এটাই নখেৰে বালিৰ ওপৰত আঁচ টানি কৰা ভূটা দীঘল সমান ঢাপৰ নিচিনা। এই শাৰীয়েই হ'ল আপেলেচিয়ান পৰ্ব্বতমালা। ইয়াৰ একেবাৰে পূৰ্ব্বাঞ্চলক 'নীলা পাহাৰ' বুলি কয়। ইয়াৰপৰাই ভাৰ্জিনিয়াৰ নৈকিখন সাগৰৰ বুকুলৈ বৈ গৈছে। নৈবোৰ বৈ যোৱা দেশখন আছিল পাহাৰীয়া দেশ, নাম 'পাইড্‌মন্ট্' অৰ্থাৎ পাহাৰৰ নামনি অঞ্চল।

সাগৰলৈ যোৱাৰ মাজভাগতে ঠাইডোখৰ এখন সমতলত পৰিণত হৈছে। বহুদিনৰ আগেয়ে ভাৰ্জিনিয়াৰ এই গোটেই পূৰ্ব্বাঞ্চল ইমান দ আছিল যে সাগৰৰ পানীৰে নৈৰ পাৰৰ ঠাইবোৰ ভৰি পৰিছিল। সেয়েহে আজিকালি সাগৰৰ জোৱাৰে জেম্‌চ্, ইয়ৰ্ক, পট'মেক্ আৰু ৰাফেন্‌ন'ক আদি নৈবোৰ লুণীয়া পানীৰে ঢৌৱাই পেলায়। আৰু যেতিয়া সাগৰত প্ৰচণ্ড জোৱাৰ উঠে তেতিয়া এই বৰ-নৈকিখন উভতি বয়। সেয়েহে এই অঞ্চলটোক 'জোৱাৰৰ দেশ' বোলে।

এই ঠাইৰ আদিবাসীবোৰে পূবৰ সমতল অংশত ঘৰ-বাৰী সাজি বাস কৰিছিল। 'বুৰা নৈ উপত্যকাৰ' পাৰত ঠায়ে ঠায়ে তেওঁ-লোকে বিখ্যাত 'দাস-ধৰা' ব্যৱসায় কৰিছিল। সেইদিনৰ সাগৰৰ

সক সক জাহাজবোৰ জোৱাৰৰ লগত তেওঁলোকৰ ঘৰৰ দুৱাৰমুখলৈকে আনিব পাৰিছিল। এই জাহাজবোৰে জোৱাৰৰ দেশৰ ব্যৱসায়ী-সকললৈ ইংলণ্ডৰপৰা নতুন কিতাপ আৰু বাতৰি-কাকত, লণ্ডনৰপৰা আধুনিক বৈশিষ্ট্য আৰু খবৰ-বাতৰি, লিভাৰপুলৰপৰা নৱাবিষ্কৃত বস্তু-বেহানি আৰু নানাবিধ আৰামৰ উপকৰণ লৈ আহে আৰু ধঁপাত, ইংলণ্ডৰ বন্ধুসকললৈ দিয়া চিঠি-পত্ৰ আৰু শিক্ষাৰ উদ্দেশ্যে ইংলণ্ডাভিমুখী হোৱা ডেকা ল'ৰাবোৰক লৈ যায়। মুঠতে এই জোৱাৰৰ দেশৰ খেতিয়কসকল প্ৰথমে ইংৰাজ আছিল। তিনি হাজাৰ মাইল দূৰত অৱস্থিত মাতৃভূমিৰ লগত একে উপকূলৰ পাৰৰ নিউইয়ৰ্ক বা বোষ্টনতকৈ তেওঁলোকে বেছি ঘনিষ্ঠতা ৰাখিছিল।

জোৱাৰদেশৰ ভাৰ্জিনিয়াৰ পূৰ্ব্বাঞ্চল খেতি কৰিবলৈ লোৱাৰ পিছত ঔপনিবেশিকসকলে পশ্চিমফালে পাইড্‌মণ্ট্‌ পাহাৰৰ নামনিৰ 'উচ্চ দেশ'লৈ আগবাঢ়িছিল।

এই অঞ্চলৰ নৈবোৰ আছিল খুব ঠেক, বাম আৰু বেগী। ইংলণ্ডৰপৰা ইয়ালৈ অহা বাতৰিবোৰ একেবাৰে পুৰণা হৈ পৰিছিল আৰু সেই খবৰবোৰ কেতিয়াবা কাচিৎহে ব্যক্তিগত বা জৰুৰী আছিল। ইয়াৰ কল-কাৰখানাত তৈয়াৰী বস্তু-বেহানিবোৰ প্ৰায়েই দুৰ্গম স্থলপথেদি নানান আহুকালৰ মাজেদি পঠিয়াবলগীয়া হৈছিল।

ইংলণ্ডৰ জমিদাৰসকলৰ কাচাৰী-ঘৰৰ দৰে ঘৰ এই অঞ্চলত কাৰো নাছিল। প্ৰায়বোৰ ঘৰ কাঠেৰে সজা। বিস্তৃত সমতল খেতিৰ উপযোগী মাটিৰ পৰিবৰ্ত্তে ইয়াত সক সক পামহে আছিল। এই পামবোৰ চাৰিওকাষে হাবি-বননিৰে আগুৰা আছিল। মুঠতে এওঁলোকেই অগ্ৰদূত আছিল আৰু একেবাৰে আমেৰিকান হৈ গৈছিল। প্ৰকৃততে টমাচ জেফাৰচনৰ দেউতাক যেতিয়া চঞ্চল ডেকা, ভাৰ্জিনিয়া আছিল তেতিয়া দুখন বেলেগ ৰাজ্য। ভাৰ্জি-নিয়াৰ পূৰ্ব্বাঞ্চলত 'জোৱাৰ-দেশ'ৰ অধিবাসীসকল আছিল। তেওঁলোকক 'টাকাহো' বোলা হৈছিল। পশ্চিমাংশত আছিল

উচ্চভূমিৰ ঔপনিবেশিকসকল। এওঁলোক 'কোহি' নামে পৰিচিত। এই দুই জাতিৰ মাজত যিসকলে পুনৰ্মিলন স্থাপন কৰিছিল সেই-সকলৰ ভিতৰত জেফাৰচন আৰু তেওঁৰ দেউতাক আছিল অন্যতম।

যুক্তৰাজ্যৰ তৃতীয় ৰাষ্ট্ৰপতি টমাচ জেফাৰচনৰ দেউতাক পিটাৰ জেফাৰচনে ১৭০৭ চনত চেষ্টাৰফিল্ড কাউন্টিত জন্মগ্ৰহণ কৰে। এই কাউন্টিটো ভাৰ্জিনিয়াৰ অভিজাত 'জোৱাৰৰ দেশ' আৰু অনুন্নত 'পাইড্‌মণ্টৰ' মাজৰ এটা অঞ্চল। কেইবাপুৰুষৰপৰাই জেফাৰচন পৰিয়ালটো সম্পূৰ্ণ আমেৰিকান হৈ গৈছিল। তেওঁলোকৰ অৰণ্যে ডাঙৰ জমিদাৰী নাছিল। যদিও পিটাৰ জেফাৰচনে কোনো স্কুলৰ-পৰা নিয়মিত শিক্ষা পোৱা নাছিল, তেওঁ সেই যুগৰ শ্ৰেষ্ঠ সাহিত্য, বিজ্ঞান আৰু যন্ত্ৰবিষয়ক গ্ৰন্থবোৰ খুব মনোযোগেৰে অধ্যয়ন কৰিছিল। তেওঁ নিজে নিজেই অঙ্ক শিকিছিল আৰু কেইটামান পৰীক্ষাত উত্তীৰ্ণ হৈ কাউন্টিৰ চাৰ্ভেয়াৰ পদ লাভ কৰিছিল। চৌবিশ বছৰ বয়সত পিটাৰ জেফাৰচন তেওঁৰ সেইকালৰ থকা ঠাই 'গুচ্‌লেণ্ড' কাউন্টিৰ মেজিষ্ট্ৰেট পদত নিযুক্ত হৈছিল। সেই কাউন্টিৰ তেওঁ চেৰিফও আছিল। এই কামত তেওঁ সমগ্ৰ দেশ পৰিভ্ৰমণ কৰিবলগীয়া হৈছিল। এইদৰে ফুৰোঁতে এবাৰ উইলিয়াম ৰেণ্ডল্‌ফৰ লগত জেফা-চনৰ পৰিচয় হয় আৰু পিছত তেওঁ ৰেণ্ডল্‌ফৰ অন্তৰঙ্গ বন্ধু হৈ পৰে। উইলিয়াম আচলতে আছিল এজন 'টাকাহো'। দেউতাকৰপৰা পোৱা তেওঁৰ ঘৰটোৰ নামও 'টাকাহো' আছিল।

১৭৩৭ চনত পিটাৰ জেফাৰচনৰ বয়স যেতিয়া ত্ৰিশ বছৰ তেতিয়াই আমেৰিকাৰ বুৰঞ্জী-বিখ্যাত নতুন মাটি দখলৰ অভিযান আৰম্ভ হয়। সেই সময়তে জেফাৰচন আৰু ৰেণ্ডল্‌ফে নতুন কৃষি-ক্ষেত্ৰৰ সন্ধানত জেম্‌চ্‌ নৈয়েদি পশ্চিমলৈ যাত্ৰা কৰিছিল।

তেওঁলোক দুয়ো জেম্‌চ্‌ আৰু ৰিভানা নৈৰ সঙ্গমস্থলৰপৰা কেইমাইলমান দূৰৰ ভানজেনেচ নামৰ ঠাইখনত উপস্থিত হয়। তাত উইলিয়ামৰ দদায়েক ইচ্‌হাম ৰেণ্ডল্‌ফৰ পাম আছিল। এই অঞ্চলৰ

পাম্বৰ গৰাকীবোৰ অতিথি-শুশ্ৰূষাৰ কাৰণে বিখ্যাত আছিল। পিটাৰ আৰু উইলিয়ামে ইয়াত কেইদিনমান কটালে। বেণ্ডল্ফৰ শ শ ক্ৰীতদাসৰ যত্নত ঠন ধৰি উঠা পামখনৰ প্ৰশংসা নকৰাকৈ তেওঁলোক থাকিব নোৱাৰিলে। বেণ্ডল্ফ্ নিজেই এজন বিখ্যাত প্ৰকৃতি-বিজ্ঞানী আৰু উদ্ভিদ্‌তত্ত্ববিদ আছিল। তেওঁলোকে বেণ্ডল্ফৰ বৈজ্ঞানিক চিন্তাধাৰাৰ প্ৰশংসা কৰিলে। আনহাতে তেওঁলোক দুয়ো পিটাৰ জেফাৰচনৰপৰা প্ৰশংসা লাভ কৰিলে। বিশেষকৈ বেণ্ডল্ফৰ বৰ-জীয়েক জেনে পিটাৰক ভাল পাব ধৰিলে।

ডেকা দুজনে ৰিভানা নৈ অনুসৰণ কৰি গৈ গৈ এডোখৰ অনধিকৃত ঠাইত উপস্থিত হ'ল। পৰস্পৰে ওচৰচুবুৰীয়া হব বুলি মনতে ভাবি দুয়ো ৰিভানা নৈৰ দুয়ো পাৰে ওচৰাওচৰিকৈ নিজৰ নিজৰ মাটি বাছি ললে। নৈখন যদিও ইয়াত বৰ বেছি গভীৰ বা বহল নাছিল তথাপিও উইলিয়ামে এইখনক তেওঁলোকৰ মাজত এটা ব্যৱধান বুলি ভাবিছিল। সেই কাৰণে নৈৰ যি পাৰত তেওঁ আছিল সেই পাৰতে ঘৰ সজাৰ উপযোগী চাৰি শ একৰ মাটি পিটাৰক লবলৈ সম্মত কৰাইছিল।

পিটাৰ জেফাৰচন আৰু উইলিয়াম বেণ্ডল্ফ্ এই ঠাইৰ তৃতীয় আৰু চতুৰ্থ বাসিন্দা। তেওঁলোকৰ উদ্দেশ্য আছিল গম আৰু ধঁপাতৰ খেতি কৰা। তেওঁলোকৰ প্ৰথম কাম হ'ল মাটিখিনি চহাই খেতিৰ উপযোগী কৰা। তেওঁলোকে হাবি-বননি কাটি পৰিষ্কাৰ কৰিলে, শ্ৰমিক আৰু ক্ৰীতদাস আমদানি কৰিলে আৰু কৃষিৰ যন্ত্ৰ-পাতি কিনিলে বা ধাৰ কৰিলে। গুচ্‌লেণ্ড আৰু ৰিভানাৰ যাতায়াতৰ পথত জেফাৰচনে প্ৰায়েই ডান্‌জেনেচৰ আতিথ্য গ্ৰহণ কৰিছিল। ১৭৩৯ চনত পিটাৰ জেফাৰচনে জেন বেণ্ডল্ফক বিয়া কৰায়। তেতিয়া জেনৰ বয়স আছিল উনৈশ। এই বিয়াৰ পিছত উইলিয়াম বেণ্ডল্ফ্ আৰু পিটাৰ জেফাৰচন পৰস্পৰ মিত্ৰ আৰু বন্ধু হৈ পৰিল। ৰিভানা নৈৰ উত্তৰ পাৰত বেণ্ডল্ফৰপৰা পোৱা মাটিত

জেফাৰচনে তেওঁৰ পত্নীৰ কাৰণে সেই ঠাইৰ হাৱাপানীৰ উপযোগী কৰি এটা ঘৰ সাজিলে। লণ্ডনৰ যি ঠাইত জেন ৰেণ্ডল্‌ফৰ জন্ম হৈছিল সেই ঠাইৰ নাম অনুসাৰে পিটাৰ জেফাৰচনে এই ঘৰটোৰ নাম দিলে 'চেড্‌ৱেল'। এই অঞ্চলৰ হাবি-বননি কাটি ঠাইডোখৰ বাসোপযোগী কৰিবৰ কাৰণে পিটাৰ যেতিয়া ব্যস্ত আছিল, সেই সময়ত এই ঘৰতে জেন মেৰী টমাচ আৰু এলিজাবেথ জেফাৰচনৰ জন্ম হয়।

নতুন নতুন পাম খোলাৰ ফলত ১৭৪৪ চনৰ ভিতৰত চেড্‌ৱেলৰ দাঁতিকাষৰীয়া অঞ্চলবোৰ বেছ ঘন বসতিপূৰ্ণ হৈ পৰিল। তেতিয়া এই অঞ্চলৰ নাম দিয়া হ'ল 'এল্‌বিমাৰ্লে' কাউণ্টি। প্ৰতি কাউণ্টিক শাসন ব্যৱস্থাৰ কাৰণে লাগে একোটা চৰকাৰ আৰু প্ৰতি চৰকাৰৰ প্ৰয়োজন কিছুমান বিষয়া। পুৰণি বাসিন্দা হিচাপে পিটাৰ জেফাৰচনক শান্তি আৰু শৃঙ্খলাৰক্ষক বিচাৰপতি আৰু উইলিয়াম ৰেণ্ডল্‌ফক চেৰিফ্ নিযুক্ত কৰিলে।

প্ৰতিখন সীমান্তৱৰ্ত্তী উপনিবেশে সামৰিক আৰু বেসামৰিক দুয়োবিধ কৰ্ত্তব্যই পালন কৰিব লাগে। লোহিতাঙ্গ ভীতি তেতিয়াও সম্পূৰ্ণভাৱে আঁতৰ হোৱা নাছিল। আনহাতে ওহিও প্ৰদেশৰ ফৰাচীসকলে ইমান কাষচাপি আহিছিল যে স্বচ্ছন্দ জীৱনযাত্ৰাৰ তেওঁলোক অন্তৰায় হৈ উঠিল। সেয়েহে জেফাৰচনক স্থানীয় গণ-বাহিনীৰ লেফ্‌টেনেণ্ট কৰ্নেল পতা হ'ল। উইলিয়াম আৰু মেৰী কলেজৰ অধ্যাপক জোচ'ৱা ফ্ৰাইয়ে এই বাহিনীৰ নেতৃত্ব কৰিলে।

১৭৪৫ চনত টম জেফাৰচনৰ বয়স যেতিয়া মাত্ৰ দুবছৰ, উইলিয়াম ৰেণ্ডল্‌ফ্ মৃত্যুৰ মুখত পৰে। উইলিয়ামৰ পৰম বন্ধু আৰু আত্মীয় পিটাৰৰ ওচৰত তেওঁৰ শেষ অনুৰোধ আছিল তেওঁ (পিটাৰে) যেন তেওঁৰ তিনিটা সন্তানৰ দায়িত্ব গ্ৰহণ কৰে। তেওঁৰ বিশেষ অনুৰোধ আছিল যে পিটাৰে যেন তেওঁৰ কনিষ্ঠ পুত্ৰ টমাচ মেন ৰেণ্ডল্‌ফৰ শিক্ষাৰ প্ৰতি বিশেষ যত্ন লয়। এই কৰ্ত্তব্য উচিতভাৱে পালন কৰিবৰ

কাৰণে সপৰিয়ালে গুচ্‌লেণ্ড কাউন্টিত অৱস্থিত বেওল্‌ফৰ জমিদাৰী টাকাহোলৈ আহিবলৈ তেওঁ পিটাৰক অনুৰোধ কৰিলে। মৃত্যুশয্যাত-পৰা আগবঢ়োৱা বন্ধুৰ এই শেষ ইচ্ছাবোৰ পিটাৰে আখৰে আখৰে পূৰ্ণ কৰিছিল।

এনেকুৱা মনোৰম অঞ্চলবোৰৰ মাজেদি 'টাকাহো'লৈ আহোঁতে মিচেচ্ জেফাৰচনৰ অন্তৰখন আনন্দত নাচি উঠিছিল। ছবছৰৰ আগতে মিচেচ্ জেফাৰচনে ঠিক এনে এখন পুৰণি ঘৰতে থাকি গৈছিল। এবাৰ এই ঘৰত থাকোঁতে তেওঁলোকে এটা সৰু পাথৰৰ ওপৰৰপৰা জেম্‌চ্ নৈৰ অপূৰ্ব্ব দৃশ্য আৰু চাৰিওফালে শস্যৰে ভৰা পথাৰৰ দৃশ্য চাই মুগ্ধ হৈছিল।

'টাকাহো'ত এতিয়া সাতটি ল'ৰাছোৱালী হ'ল। এওঁলোকে খেল-ধেমালি কৰিছিল, আনকি এওঁলোকৰ কাৰণে এখন পঢ়াশালিও খোলা হৈছিল। টমৰ দুই বায়েকৰ নাম আছিল জেন আৰু মেৰী আৰু সৰু ভনীয়েকৰ নাম আছিল এলিজাবেথ। ইয়াৰ উপৰিও বেওল্‌ফ্ পৰিয়ালৰ তিনিটা সন্তান জুডিথ, মেৰী আৰু টমাচ লগতে আছিল। ঘৰতে থকা স্কুলতে পাঁচ বছৰ বয়সত টমে লিখাপঢ়া শিকিছিল। লগতে গণিত শিক্ষাও আৰম্ভ কৰিছিল।

টম জেফাৰচনে সাত বছৰ 'টাকাহো'ত থকা কালছোৱাত ভদ্ৰজনোচিত আচাৰ-ব্যৱহাৰ শিকিছিল। তেওঁ অৱশ্যে দেউতাকৰ আহিঁৰে 'সীমান্তৰ ল'ৰা' হৈয়ে থাকিল। ইয়াত থাকোঁতেই তেওঁৰ সুন্দৰ পৰিবেশত জীৱন-যাপনৰ সুৰুচিপূৰ্ণ স্বভাৱটো গঢ়ি উঠে।

জোৱাৰৰ দেশৰ প্ৰধান জীৱিকা আছিল ধঁপাত। সেই সময়ত ইউৰোপত ধঁপাতৰ চাহিদা আছিল খুব বেছি। ভাৰ্জিনিয়াবাসীসকলে ইংলণ্ডলৈ ধঁপাত ৰপ্তানি কৰিয়েই জীৱিকা নিৰ্ব্বাহ কৰিছিল। ধঁপাতেৰেই পুৰোহিতক দক্ষিণা দিব পৰিছিল। আনকি ছোৱালীবোৰৰ কাপোৰ-কানিও ধঁপাতেৰেই কিনিব পাৰিছিল।

'জোৱাৰদেশৰ' ডাঙৰ ডাঙৰ শস্যক্ষেত্ৰবোৰৰ কাৰণে বহুত কৃষি-

কৰ্মীৰ প্ৰয়োজন আছিল। কিন্তু পিটাৰ জেফাৰচনৰ নিচিনা মানুহ ব'ত আছিল তাত কাম কৰিব পৰা শ্ৰমিক পোৱা টান আছিল। সেই কাৰণে খ'পাত্ত সৰহকৈ উৎপন্ন কৰিবৰ বাবে সুদূৰ আফ্ৰিকাৰ পৰা নিগ্ৰো ক্ৰীতদাসবোৰক অপহৰণ কৰি আনি ভাৰ্জিনিয়াত বেচা হৈছিল।

টাকাহোত টমৰ আৰু দুজনী ভনীয়েক মাৰ্থা আৰু লুচিৰ জন্ম হয়। এতিয়া জেফাৰচন পৰিয়ালৰ লোকসংখ্যা বাঢ়িল। পিটাৰে বন্ধু ৰেণ্ডল্ফৰ শেষ ইচ্ছা পূৰ্ণ কৰি তেওঁ নিজৰ জমিদাৰী 'চেড্ৱেল'লৈ উভতি যাবৰ কাৰণে সাজু হ'ল। ন-বছৰীয়া টম তেতিয়া আৰু উচ্চ শিক্ষাৰ যোগ্য হৈ উঠিল। ১৭৫২ চনত পিটাৰে তেওঁৰ পুতেকক লুইচা কাউন্টিত এজন স্কটদেশীয় পুৰোহিত ৰেভাৰেণ্ড উইলিয়াম ডগ্লাচৰ ওচৰত শিক্ষা লাভ কৰিবৰ কাৰণে পঠালে। টমে তেওঁৰ ওচৰত গ্ৰীক, লেটিন আৰু ফৰাচী ভাষা শিকিছিল। পৰিয়ালৰ বাকীবোৰ মানুহক পিটাৰে আল্‌বিমাৰ্লে কাউন্টিলৈ পঠিয়াই দিলে। ইয়াৰ কিছুদিনৰ পিছত দেশৰ পৌৰসভালৈ আল্‌বিমাৰ্লে কাউন্টিৰ প্ৰতিনিধি স্বৰূপে তেওঁক পঠোৱা হ'ল। ১৭৫৫ চনত পিটাৰ কাউন্টি লেফ্টেনেণ্ট বা আল্‌বিমাৰ্লেৰ শাসনকৰ্ত্তা নিযুক্ত হ'ল।

অত্যন্ত বিদ্যানুৰাগী ছাত্ৰ হোৱা সত্বেও টমে 'চেড্ৱেল'লৈ যাবৰ কাৰণে বন্ধৰ দিনকিটালৈ আগ্ৰহেৰে অপেক্ষা কৰিছিল। দিনে দিনে তেওঁ ওখ-ডাঙৰ বলিষ্ঠ ডেকা হৈ উঠিছিল। শৰীৰ চৰ্চ্চা আৰু বাহিৰত ফুৰিবলৈ যোৱাটো তেওঁ বৰ ভাল পাইছিল। পিটাৰ জেফাৰচনৰ নিচিনা প্ৰবীণ অৰণ্যাভিজ্ঞ দেউতাকে খুব ভালদৰেই জানিছিল কেনেকৈ তেওঁৰ পুতেকৰ বাল্যজীৱন সুখময় কৰি তুলিব লাগিব আৰু 'চেড্ৱেল'ক পৃথিৱীৰ সকলোতকৈ চিত্তাকৰ্ষক স্থানত পৰিণত কৰিব লাগিব। চিকাৰ, ঘোঁৰাত উঠা, নাও চলোৱা, 'ৰেড্ইণ্ডিয়ানৰ' গান—এইবোৰ শিকোৱাৰ উপৰিও তেওঁ পুতেকক দেশৰ আভ্যন্তৰীণ সৌন্দৰ্য্যাৱলী উপলব্ধি কৰিবলৈও শিক্ষা দিছিল।

১৭৫৭ চনৰ আগষ্ট মাহত পিটাৰ জেফাৰচনৰ মৃত্যু হয়। চৈধ্য বছৰীয়া টমে বিধৱা মাক, ছজনী ভনীয়েক আৰু সৰু ভায়েক ৰেণ্ডল্‌ফৰে সৈতে গোটেই পৰিয়ালটোৰ মুখীয়াল হবলগাত পৰিল। মুমূৰ্ষু জেম্‌চ্‌ ৰেণ্ডল্‌ফক পিটাৰে উইল কৰি জেম্‌চ্‌ নৈৰ পাৰত অৱস্থিত স্নোডেন নামৰ সৰু জমিদাৰীটো দান কৰি গৈছিল। বৰ-পুতেকক দিছিল চেড্‌ৱেল। টম এতিয়া বিৰাট ভূ-সম্পত্তিৰ অধিকাৰী হ'ল। অৱশ্যে আৰু অলপ ডাঙৰ নোহোৱালৈকে তেওঁ দেউতাকৰ এজন বন্ধু জন হাৰ্ভিৰ অভিভাৱকত্বৰ অধীনত থাকিবলগীয়া হৈছিল।

মৃত্যুৰ সময়ত পিটাৰ জেফাৰচনে পুতেক টমে পুৰণি ভাষা আৰু সাহিত্য শিক্ষা কৰক বুলি ইচ্ছা প্ৰকাশ কৰিছিল। সেই কাৰণে টমৰ অভিভাৱকে, লেটিন আৰু গ্ৰীক ভাষাৰ সুপণ্ডিত ৰেভাৰেণ্ড জেম্‌চ্‌ মূৰীৰ ওচৰলৈ টমক পঠিয়াই দিলে। চেড্‌ৱেলৰপৰা চৈধ্য মাইল দূৰত অৱস্থিত লুইচা কাউন্টিত ৰেভাৰেণ্ড জেম্‌চ্‌ মুৰীৰ এখন পঢ়াশালি আছিল। পুৰোহিত মুৰীৰ এই বিদ্যালয়ত টমে দুবছৰ লেটিন শিকিছিল।

স্কুল বন্ধ হ'লেই টম ঘৰলৈ আহিছিল। দেউতাকৰ সঙ্গ তেওঁ নেপাইছিল, কিন্তু দেউতাকৰপৰা পোৱা উৎসাহত পুৰণি অভ্যাসবোৰ তেওঁ ৰক্ষা কৰি আহিছিল। হাতত বন্দুক লৈ হাবিয়ে-বননিয়ে ফুৰা, পথাৰৰ ওপৰেদি ঘোঁৰা চলাই যোৱা আদি অভ্যাসবোৰ তেওঁ এৰি দিয়া নাছিল। ডাঙৰ ভনীয়েক জেনৰ লগত টমৰ বন্ধুত্ব প্ৰগাঢ় হৈ উঠিছিল। তেওঁলোকৰ সন্ধিয়াৰ আমোদজনক অনুষ্ঠান আছিল তেওঁলোক দুজনৰ দ্বৈত-সংগীত। দুইজনে সমবেতভাৱে গান আৰু স্তোত্ৰ গাবৰ সময়ত জেনে ওঠৰ শতিকাৰ পিয়ানো 'হাৰ্পচিকৰ্ড' বজাইছিল আৰু টমে বেহেলা বজাইছিল। এই সময়তে সমান ৰুচিসম্পন্ন আৰু সমবয়সীয়া প্ৰতিবেশী ডেকা ডেব্‌নি কাৰৰ লগত বন্ধুত্ব হোৱাত তেওঁৰ জীৱনৰ নিঃসঙ্গতা দূৰ হৈছিল। তেওঁৰ দেশ-ভ্ৰমণৰ তীব্ৰ আকাঙ্ক্ষা আৰু অজান প্ৰবাসভূমিৰ প্ৰতি আজীৱন

আকৰ্ষণৰ কথা কবলৈ টমে এজন লগৰীয়া বিচাৰি পালে। টমে ডেব্‌নিক তেওঁৰ গোপন জিৰণি-ঘৰলৈ লৈ গৈছিল। 'চেড্‌ৰেল'ৰ বিপৰীতপিনে নৈখনৰ সিটোপাৰৰ যি মাটিডোখৰত পিটাৰে প্ৰথমে টৌখুটি মাৰিছিল তাত ছুশ ফুট ওখ এটা পাহাৰ আছিল। ইটালীয় ভাষাত এনেকুৱা পাহাৰক 'মন্টিচেলো' বোলে।

টমে তেতিয়াই কিন্তু ভাবিছিল যে ভ্ৰমণ শেষ কৰি ভৱিষ্যতে জীৱন কেনেদৰে অতিবাহিত কৰিব। তেওঁৰ ইচ্ছা আছিল এই পাহাৰৰ টিংটোত এটা ধুনীয়া ঘৰ সাজিব। আৰু এই পাহাৰটো তেওঁলোক দুয়োৰে সম্পত্তি হৈ থাকিব। তেওঁলোক দুই বন্ধুৱে পৰস্পৰে শপত খাইছিল যে তেওঁলোকৰ যিজনেই আগেয়ে মৰিব সেইজনক ইজনে তেওঁৰ আদৰৰ ওক গছজোপাৰ তলত সমাধিস্থ কৰিব।

—•—

# দ্বিতীয় অধ্যায়

## উইলিয়াম আৰু মেৰী

টম জেফাৰচন যেতিয়া উইলিয়াম্চ্‌বাৰ্গ কলেজত ভৰ্ত্তি হবৰ কাৰণে আহে তেতিয়া তেওঁৰ বয়স সতৰ বছৰেই হোৱা নাছিল। এই কলেজৰ নাম আছিল উইলিয়াম এণ্ড মেৰী। উপনিবেশবোৰত আৰু দুটা কলেজ আছিল। এটা হ'ল মেচাচুচেট্‌চৰ হাৰ্ভাৰ্ড কলেজ আৰু আনটো কনেক্‌টিকাটৰ ইয়েল কলেজ। দক্ষিণ অঞ্চলৰ ল'ৰাবোৰে পঢ়াশুনা কৰিবৰ কাৰণে নিউ ইংলণ্ডতকৈ ইংলণ্ডলৈহে বেছিকৈ গৈছিল।

উইলিয়াম্চ্‌বাৰ্গৰ দৰে ইমান ডাঙৰ জনসমাজ টমে ইয়াৰ আগেয়ে ক'তো দেখা নাছিল। এই ঠাইখন সেই সময়ত ভাৰ্জিনিয়াৰ ৰাজধানী আছিল। ইয়াত প্ৰায় দুশমান কাঠৰ ঘৰ আছিল। আৰু এই ঘৰবোৰেই নগৰখনৰ বৈশিষ্ট্য আছিল। ইটা বা শিলেৰে সজা ঘৰ অস্বাস্থ্যকৰ বুলি বিবেচিত হৈছিল। প্ৰায় পৌনে এমাইল দীঘল আহল-বহল ডাঙৰ আলিবাটটোৰ এটা মূৰত আছে কলেজ আৰু আনটো মূৰত এটা সভাঘৰ। এই দুইমূৰৰ মাজৰ ঠাইডোখৰত এখন মুকলি পথাৰ। সেই পথাৰৰ দাঁতিতে এটা গীৰ্জা আৰু কিছুমান চৰকাৰী ঘৰ-দুৱাৰ। যেতিয়া টম জেফাৰচনে ঘোঁৰা চলাই উইলিয়াম এণ্ড মেৰী কলেজত উপস্থিত হৈছিল সেই ঠাইখন তেওঁৰ একেবাৰে আচহুৱা যেন লগা নাছিল। কাৰণ তেওঁৰ দদায়েক এজন এসময়ত এই কলেজৰ সভাপতি আছিল। আৰু এই কলেজৰ বিস্ময়কৰ ইতিহাসৰ বিষয়ে তেওঁৰ অলপ জনা আছিল।

ৰেড্-ইণ্ডিয়ান ৰাজকুমাৰী পোকাহোণ্টাচৰ লগত সাক্ষাৎ কৰাৰ পিছত ইংলণ্ডৰ ৰজা •জেম্‌চে ৰেড্-ইণ্ডিয়ানবোৰৰ শিক্ষাৰ বিষয়ে অলপ ৰাপ দেখুৱাইছিল আৰু সেই ঠাইৰ ল'ৰাবোৰৰ কাৰণে তেওঁ তাত এটা বিদ্যালয় স্থাপন কৰিছিল। কিন্তু পঢ়াশুনাৰ প্ৰতি ৰেড্-ইণ্ডিয়ান ছাত্ৰবোৰৰ আগ্ৰহ খুব কম আছিল বুলিয়েই অনুমান হয়, কাৰণ বিদ্যালয় স্থাপন কৰিবলৈ ৰজাই যিবোৰ মানুহ পঠিয়াইছিল সেই আটাইবোৰকে ৰেড্-ইণ্ডিয়ানবোৰে মাৰি পেলাইছিল।

যি কি নহওক, সত্তৰ বছৰৰ পিছত বিদ্যালয়টো পুনৰ প্ৰতিষ্ঠা কৰা হৈছিল। জেফাৰচনে উইলিয়াম এণ্ড মেৰী কলেজত ভৰ্ত্তি হবৰ সময়ত এই বিদ্যালয়টো তিনিটা বিদ্যালয়ত বিভক্ত আছিল। প্ৰথমটো আছিল ৰেড্-ইণ্ডিয়ান বিদ্যালয়, ইয়াৰ শিক্ষক আছিল দুজন আৰু ছাত্ৰ মুঠ আঠজন ৰেড্-ইণ্ডিয়ান। অৱশ্যে উইলিয়াম্‌চ্‌বাৰ্গৰ ল'ৰা-বোৰেও দিনত প্ৰাথমিক বিদ্যালয় হিচাপে ইয়াতে পঢ়িছিল। দ্বিতীয়টো আছিল উচ্চ-বিদ্যালয়। ইয়াত ছাত্ৰবোৰে পোন্ধৰ বছৰ বয়সলৈকে লিখাপঢ়া কৰিব পাৰিছিল আৰু দুজন শিক্ষকে তাত লেটিন আৰু গ্ৰীক ভাষা শিকাইছিল। সৰ্ব্বশেষত আছিল কলেজ মহলা—আজিকালিৰ আধুনিক কলেজৰ দৰেই। কলেজৰ অধ্যক্ষৰ উপৰিও দুজন অধ্যাপক আছিল। এই তিনিটা বিদ্যালয় একে মহলাতে আছিল।

কলেজত প্ৰবেশ কৰিবৰ কাৰণে টমে প্ৰতিযোগিতামূলক পৰীক্ষা দিবলগীয়া হৈছিল। সেই পৰীক্ষাত টমে মেধাবী ছাত্ৰ হিচাপে পৰি-গণিত হ'ল। শিক্ষকসকলে তেওঁক তৎক্ষণাতে কলেজৰ তৃতীয়মানত ভৰ্ত্তি কৰিলে।

পঢ়াশুনাত টমৰ প্ৰগাঢ় উৎসাহ আছিল। তেওঁৰ কাৰণে কলেজ আছিল এখন দুঃসাহসিক অভিযানৰ ক্ষেত্ৰ আৰু শৰীৰতকৈ তেওঁৰ মনেই বেছি ৰোমাঞ্চকৰ কাৰ্য্যকলাপত ব্যস্ত আছিল। তেওঁ অনুভৱ

কৰিলে হাবিৰ মাজত ভালুকৰ চলনপথ বিচাৰি উলিওৱাতকৈ আৰু ঘোঁৰা দৌৰোৱা প্ৰতিযোগিতাতকৈ নতুন ভাবধাৰা, মহান চিন্তাৰাশি আৰু বৈজ্ঞানিক সমস্যাৰ সমাধানৰ মাজতে বেছি উন্মাদনা আছে।

টমইঁতৰ পাঠ্যতালিকাত চিত্তাকৰ্ষক একোৱেই নাছিল। তাৰ পিছত কলেজৰ অধ্যাপক দুজনৰ এজন যদি ডঃ উইলিয়াম স্মল নহ'লহেতেন তেনেহলে টমৰ পঢ়াশুনাৰ প্ৰতি উৎসাহ হেৰাই গ'ল-হেতেন। টমৰ গোটেই পাঠ্যবোৰেই আছিল দৰ্শন-শাস্ত্ৰৰ লগত জড়িত। এজন অধ্যাপকে তেওঁক নৈতিক-দৰ্শন শিক্ষা দিছিল; নৈতিক-দৰ্শনৰ ভিতৰত আছিল অলঙ্কাৰ-শাস্ত্ৰ, তৰ্কশাস্ত্ৰ আৰু নীতি-শাস্ত্ৰ। আৰু ডঃ স্মলে প্ৰাকৃতিক-দৰ্শন অৰ্থাৎ গণিত আৰু বিজ্ঞানৰ শিক্ষা দিছিল।

অধ্যাপক স্মলে স্কটলেণ্ডৰপৰা আহি উপনিবেশবোৰত এক নতুন শিক্ষা পদ্ধতিৰ প্ৰবৰ্ত্তন কৰে। তেওঁ অহাৰ আগেয়ে কলেজৰ ছাত্ৰ-বোৰে তেওঁলোকৰ পাঠ্য মুখস্থ কৰি শ্ৰেণীত আবৃত্তি কৰিছিল। ডঃ স্মলে শিক্ষাদান পদ্ধতিৰ যোগেদি বক্তৃতাপ্ৰণালীৰ প্ৰচলন কৰে। তেওঁ গোটেই সময়খিনি বক্তৃতা কৰি পঢ়াইছিল আৰু ছাত্ৰসকলক প্ৰশ্ন সুধিবলৈ কৈছিল। অলপ দিনৰ ভিতৰতে তেওঁ লক্ষ্য কৰিলে যে এযোৰ ধূসৰ বুদ্ধিদীপ্ত চকু তেওঁ বক্তৃতা দিয়া সময়ছোৱাত অত্যন্ত একাগ্ৰভাৱে তেওঁৰ ফালে চাই থাকে। ৰঙা চুলিৰ যিজন ল'ৰা প্ৰায়ে তেওঁক তীক্ষ্ণ প্ৰশ্নাদি সুধিছিল একুযোৰ তেওঁৰেই আছিল। ক্লাচৰ পিছত ডঃ স্মলে ল'ৰাজনক মাতি পঠিয়ায় আৰু তেওঁৰ লগত ফুৰিবলৈ ওলাই যায়। খুব কম সময়ৰ ভিতৰতে টম তেওঁৰ প্ৰতিদিনৰ লগৰীয়া হৈ পৰিল আৰু টমৰ দুচকুত ভাহি উঠিল এখন নতুন পৃথিৱী। অধ্যাপক স্মল আছিল বিখ্যাত চাৰ্ল্‌চ্‌ ডাৰউইনৰ ককাদেউতাক আৰু প্ৰখ্যাত বৈজ্ঞানিক ইৰাচ্‌মাচ ডাৰউইনৰ বন্ধু। ষ্টীম-ইঞ্জিন আবিষ্কাৰক জেম্‌চ্‌ ৱাটও তেওঁৰ বন্ধু আছিল। বিজ্ঞানে কেনেকৈ আমাৰ বাসভূমি এই পৃথিৱীৰ পূৰ্ণ পৰিচয় দিয়াৰ চেষ্টা কৰি আহিছে,

সেই বিষয়ে টমে প্ৰথম আভাস পাইছিল অধ্যাপক স্মলৰ লগত হোৱা কথা-বতৰাৰ যোগেদি।

কলেজৰপৰা অলপ নিলগত ভাৰ্জিনিয়াৰ সহকাৰী শাসনকৰ্ত্তা ফ্ৰান্সিচ্ ফকিয়াৰ বাস কৰিছিল। অধ্যাপক স্মলে তেওঁৰ প্ৰিয় ছাত্ৰজনক এই শাসনকৰ্ত্তাৰ লগত পৰিচয় কৰাই দিছিল। ওঠৰ শতিকাত যি শ্ৰেণীৰ তীক্ষ্ণধী পুৰুষে সকলো কথা জানিবলৈ আৰু উপভোগ কৰিবলৈ হাবিয়াস কৰিছিল, ফকিয়াৰ আছিল সেই শ্ৰেণীৰ মাজৰে এজন। ইয়াৰ আগতে তেওঁ 'বেঙ্ক্ অব্ ইংলণ্ড'ৰ অন্যতম পৰিচালক আছিল। তেওঁ কৰ নিৰ্দ্ধাৰণৰ বিষয়ে এখন মূল্যবান কিতাপো ৰচনা কৰিছিল। পদাৰ্থ-বিজ্ঞানত তেওঁৰ বিশেষ অনুৰাগ আছিল আৰু তেওঁ ইংলণ্ডৰ বিখ্যাত বিজ্ঞান প্ৰতিষ্ঠান ৰয়েল চোচাইটিৰ সভ্য আছিল। তেওঁ এজন বিশিষ্ট সঙ্গীতজ্ঞও। মুঠতে, সকলোপিনেদি তেওঁ টমে ভালপোৱাবিধৰ মনুহ আছিল।

টমে ফকিয়াৰৰ লগত কথা পাতি যিদৰে আনন্দ পাইছিল, ফকিয়াৰেও সেইদৰে টমৰ লগত আলোচনা কৰি আন্তৰিকভাৱে সুখী হৈছিল। টমে বেহেলা বজাব পাৰে বুলি শুনি তেওঁ প্ৰাসাদৰ সাপ্তাহিক সঙ্গীতানুষ্ঠানত যোগ দিবলৈ টমক অনুৰোধ কৰিছিল। অধ্যাপক স্মল বা আন শিক্ষানুষ্ঠানৰপৰা যি শিক্ষা পোৱা টমৰ কাৰণে সম্ভৱ নাছিল, শাসনকৰ্ত্তা ফকিয়াৰৰপৰা টমে সেই শিক্ষা-বিলাক পাইছিল।

ফকিয়াৰে তেওঁৰ পুথিভঁৰালৰপৰা ফৰাচী আৰু ইংৰাজী গ্ৰন্থাদি টমক পঢ়িবলৈ দিছিল। টমেও ইয়াৰ ভিতৰত আদৰ্শ সামাজিক মানুহৰ প্ৰতীক বিচাৰি পাইছিল। গভৰ্নৰ ফকিয়াৰৰ ত্ৰুটিহীন সৌজন্যবোধ আৰু নম্ৰ আচাৰ-ব্যৱহাৰত ফুটি উঠিছিল সেই যুগৰ শিক্ষিত আৰু অভিজাত ৰুচিসম্পন্ন ভদ্ৰমনা ব্যক্তিৰ স্বভাৱবৈশিষ্ট্য। গভৰ্নৰৰ এই বৈশিষ্ট্য টমৰ আগ্ৰহী চকুত ধৰা পৰিছিল। ওঠৰ শতিকাত বৈঠকখানাৰ পাৰিপাট্য এটা গুৰুতৰ সমস্যাৰ বিষয়

আছিল। ই আছিল চতুৰালি প্ৰকাশৰ প্ৰতিযোগিতাৰ স্থল আৰু আদব-কায়দাৰ প্ৰদৰ্শনীস্থান।

অধ্যাপক স্মলে তেওঁৰ কলেজীয়া বন্ধু এজনৰ লগত টমৰ পৰিচয় কৰি দিয়ে। তেওঁ আছিল জৰ্জ ৱাইথ্। ডেৰকুৰি বছৰীয়া এই ডেকা উকিলজনে নিজৰ চেষ্টাৰেহে সুশিক্ষা লাভ কৰিছিল। সম্ভৱ তেওঁ গোটেই ভাৰ্জিনিয়াৰ ভিতৰ'তে লেটিন আৰু গ্ৰীক ভাষাত সৰ্ব্বশ্ৰেষ্ঠ পণ্ডিত আছিল। এই চিনাকিৰপৰাই ফকিয়াৰ, স্মল, ৱাইথ্ আৰু জেফাৰচন এই চাৰিজন লগ লাগি এটা ঘৰুৱা ক্লাব গঠন কৰিলে আৰু প্ৰতি সপ্তাহে গভৰ্নৰৰ প্ৰাসাদত এওঁলোকে নৈশ-ভোজন উপলক্ষ্যে গোট খাইছিল।

কলেজত টমৰ সমবয়সীয়া বন্ধুও বহুত আছিল। তেওঁৰ অন্তৰঙ্গ বন্ধু ডেব্নি কাৰেও ঘৰৰপৰা উইলিয়াম্চ্বাৰ্গলৈ আহিছিল আৰু তেওঁৰ মাকৰ আত্মীয়-স্বজন কেইবাজনো এই চহৰত আছিল। কিন্তু তেওঁৰ নতুন বন্ধুবৰ্গৰ ভিতৰত প্ৰধান আছিল জন পেজ। তেওঁ পিছলৈ জেফাৰচনৰ দৰেই ভাৰ্জিনিয়া প্ৰদেশৰ প্ৰথম গভৰ্নৰসকলৰ ভিতৰত অন্যতম হৈছিল।

এনেসময়তে এবাৰ ৰবদিনৰ বন্ধত ঘৰলৈ যাওঁতে টম আহি কৰ্নেল নাথন ডন্‌ড্ৰিজৰ পামত আহি উপস্থিত হ'ল। তাত থকা ডেকা ল'ৰাবোৰৰ মাজৰ এজনৰ ওপৰত টমৰ চকু পৰিল। তেওঁলোকৰ ভিতৰত তেওঁকে বেছ জনপ্ৰিয় যেন লাগিলেও, গাঁৱলীয়া কথা-বাৰ্ত্তা আৰু কুৎচিত চেহেৰাৰ কাৰণে তেওঁ যেন চৌখিন যুৱকবোৰৰ ভিতৰত অলপ এলাগী আছিল। ল'ৰাজনৰ ওখ-পাতাল খীণ শৰীৰ, শেঁতা মুখ, হোজা চেহেৰা দেখি টমে হলে খন্তেকৰ কাৰণে তেওঁৰ প্ৰতি আকৃষ্ট হৈছিল। গাঁতত সোমোৱা চকু দুটাই কেৱল ধুনীয়া আছিল।

তেওঁৰ নাম আছিল পেট্ৰিক হেন্ৰি। তেওঁ কৰ্নেল ডান্‌ড্ৰিজৰ ওচৰচুবুৰীয়া। দেউতাকৰপৰা পেট্ৰিকে সামান্য অৰ্থ সাহায্য

পাইছিল। সেই অলপ টকাৰে তেওঁ তাত এখন দোকান কিনিলে। কিন্তু দোকানখন বেছিদিন নচলিল। প্ৰায় পোন্ধৰ দিনমান টম কৰ্নেল ডান্‌ব্ৰিজৰ ঘৰত আছিল আৰু সেই সময়ৰ ভিতৰতে পেট্ৰিকৰ লগত তেওঁৰ বন্ধুত্ব গঢ়ি উঠিছিল।

১৭৬২ চনৰ ২৫ এপ্ৰিলৰ দিনা উইলিয়াম এণ্ড মেৰী কলেজৰ-পৰা টমে বি. এ. উপাধি লাভ কৰে। সেই সময়ত তেওঁ গ্ৰীক আৰু লেটিন ভাষাত যথেষ্ট ব্যুৎপত্তি লাভ কৰিছিল। তেওঁ আনকি খুব ডাঙৰ ডাঙৰ গ্ৰন্থাদিও সহজেই পঢ়িব পৰিছিল। ফৰাচী ভাষাত ভালদৰে তেতিয়াও কথা-বতৰা পাতিব পৰা হোৱা নাছিল যদিও তেওঁ এই ভাষাত বিস্তৃত অধ্যয়ন কৰিছিল। এইবোৰৰ উপৰিও তেওঁৰ স্পেনীয়, ইটালী, জাৰ্মান আৰু আমেৰিকাৰ ৰেড্-ইণ্ডিয়ান ভাষা শিকিবলৈ বৰ ধাউতি আছিল।

তেতিয়া টম প্ৰায় ছফুট ওখ হৈছিল। অৱশ্যে পিছত আৰু দুই ইঞ্চি বাঢ়িল। তেওঁ বৰ খীণ আছিল। নাকটো অলপ ওপৰলৈ উঠা আৰু মুখখন কোণাকৃতিৰ আছিল। দেখিবলৈও ভাল নাছিল। কিন্তু দুচকুত থকা বুদ্ধিৰ উজ্জ্বল জ্যোতিয়ে সকলোকে আকৃষ্ট কৰিছিল।

—০—

# তৃতীয় অধ্যায়

## বেলিণ্ডা আৰু আইন ব্যৱসায়।

উপাধি আৰু পাণ্ডিত্য অৰ্জ্জনৰ সন্মাম লাভ কৰাৰ পিছত টমৰ পৰৱৰ্ত্তী কাম হ'ল নিজে বাছি লোৱা আইন-ব্যৱসায়ৰ কাৰণে নিজকে প্ৰস্তুত কৰা। সেই কালত আইন পঢ়িবৰ কাৰণে কোনো শিক্ষানুষ্ঠান নাছিল। কোনো আইন-ব্যৱসায়ীৰ অধীনত থাকি আইন শিক্ষা কৰিব লাগিছিল। নতুন শিক্ষানবীচ হলে আদালতৰ আটাইবোৰ শুনানিতে উপস্থিত থাকিব লাগিছিল। যাৰ অধীনত থাকি শিক্ষা লাভ কৰিছিল, তেওঁৰ সকলো মামলা-মোকৰ্দ্দমাৰ কাগজপত্ৰবোৰ সাজু কৰোঁতে সহায় কৰিব লাগিছিল। কেৱল আজৰি সময়তহে তেওঁ আইন পঢ়াৰ সুযোগ পাইছিল। আকৌ কেতিয়াবা যদি কোনো টান প্ৰশ্নৰ সন্মুখীন হয় তেনেহলে তাৰ সমাধান কৰাৰ দায়িত্ব আহি পৰে টমৰ ওপৰত। সম্পূৰ্ণভাৱে আইনৰ মূলনীতি নজনালৈকে আৰু কাৰ্য্যকৰী অভিজ্ঞতা অৰ্জ্জন নকৰালৈকে শিক্ষানবীচবোৰে কাগজ-কলম লৈ আইন অধ্যয়ন কৰিব লাগে। তাৰ পিছত ভাৰ্জিনিয়াৰ আইনজীৱীসকলৰ এখন বিশেষ বোৰ্ডৰ আগত পৰীক্ষা দিব লাগিছিল। আৰু পৰীক্ষাত পাছ কৰিলে অনুমতিপত্ৰ লৈ ওকালতি আৰম্ভ কৰিব পাৰে। টমৰ বন্ধু জৰ্জ্জে তেওঁৰ অফিচতে টমক সুমাই ল'লে।

যি জেফাৰচনে কলেজৰ চাৰি বছৰৰ পাঠ্য দুবছৰত শেষ কৰিছিল তেওঁৰ দৰে এনেকুৱা প্ৰতিভাবান ছাত্ৰৰ আইন-পৰীক্ষা এই এবছৰৰ ভিতৰত উত্তীৰ্ণ হোৱাটো মুঠেই টান নাছিল। তেওঁৰ বন্ধু পেটি_ক

হেন্‌ৰিয়ে অৱশ্যে ছমাহৰ ভিতৰতে আইন-পৰীক্ষা পাছ কৰিছিল। যি অসীম জ্ঞানপিপাসা আৰু গহীন ভাবধাৰাই মনুহক সুশিক্ষিত আৰু সুদক্ষ আইনজীৱী কৰি তোলে সেই সকলোবোৰ গুণ টমৰ আছিল, কিন্তু হেন্‌ৰিৰ নাছিল। উদাহৰণ স্বৰূপে দেখুৱাব পাৰি যে, টমে কোনো এখন আইনৰ জ্ঞান আহৰণ কৰিয়েই সন্তুষ্ট নাছিল, তেওঁ সেই আইনৰ পুৰণি ইতিবৃত্ত জানিবলৈ সচেষ্ট আছিল। সেই আইনখন ৰোমান, ফৰাচী বা আন কোন ঠাইৰপৰা আহিছে তাকো জানিবলৈ তেওঁৰ বৰ হেপাহ আছিল। তেওঁ সেই আইনৰ দোষ-গুণ জানি তাৰ আৱশ্যকীয় পৰিৱৰ্ত্তনৰ ব্যৱস্থা কৰাৰ বিষয়েও চিন্তা কৰিছিল। আইনখনে জনসাধাৰণৰ উপকাৰ কৰিব নে উন্নতি পথত হেঙাৰ হব সেই বিষয়তো তেওঁ লক্ষ্য ৰাখিছিল।

তেওঁ নিজে মনেবছা এই ব্যৱসায় সম্বন্ধে সম্পূৰ্ণ জ্ঞান অৰ্জ্জন নকৰালৈকে পাঁচ বছৰৰ ভিতৰত অনুমতিপত্ৰৰ কাৰণে আবেদন নকৰিবলৈ এই উনৈশ-বছৰীয়া ডেকাজনে মনে মনে প্ৰতিজ্ঞা কৰিলে। জেফাৰচনে নিজকে আইন-ব্যৱসায়ৰ যোগ্য বুলি বিবেচনা কৰাৰ বহু আগেয়ে তেওঁৰ পৰম বন্ধু ডেব্‌নি কাৰ এজন আইনজীৱী হৈ উঠিছিল। কিন্তু টম তেতিয়াও গ্ৰন্থ অধ্যয়নতে ব্যস্ত আছিল। অৱশ্যে টমে যি কৰিছিল তাৰপৰা তেওঁ বিশ্ববিদ্যালয়ৰ শিক্ষাই লাভ কৰা বুলি কব পাৰি। এই বিশ্ববিদ্যালয়ৰ ছাত্ৰ মাত্ৰ এজনহে আছিল আৰু সেইজনেই আছিল টম। কিন্তু অধ্যাপকসকল অৱশ্যে মহান ব্যক্তি আছিল। পুৰণি গ্ৰীক আৰু ৰোমানসকলৰ দিনৰপৰা আজিলৈকে লিখা গ্ৰন্থৰাজি তেওঁলোকেই ৰচনা কৰিছিল। এই অধ্যাপকসকলৰপৰা তেওঁ আইনৰ বাহিৰেও আৰু আন আন শিক্ষাও লাভ কৰিছিল। এবাৰ এজন বন্ধুৱে আইনৰ ছাত্ৰই কেনেকে পঢ়া উচিত তেওঁৰপৰা জানিবলৈ বিচাৰিছিল। ইয়াৰ উত্তৰত জেফাৰচনে নিজে কেনেকৈ কেতিয়া কি কি বিষয় পঢ়ে তাৰ এখন তালিকা পঠিয়াই দিছিল। সেইখন পঢ়িলে সঁচাই আচৰিত হব লাগে।

পুৱা আঠ বজালৈকে প্ৰাকৃতিক বিষয়সমূহ অধ্যয়ন ঃ

| | |
|---|---|
| কৃষি-বিভা, | উদ্ভিদ-বিভা, |
| ৰসায়ন-শাস্ত্ৰ, | নীতি-শাস্ত্ৰ আৰু স্বাভাৱিক ধৰ্ম্ম, |
| শৰীৰ-তত্ত্ব, | ধৰ্ম্ম, |
| জীৱ-তত্ত্ব, | প্ৰাকৃতিক নিয়মাৱলী। |

আঠ-বজাৰপৰা বাৰ-বজালৈকে আইন অধ্যয়ন ;

বাৰটাৰপৰা এটালৈকে ৰাজনীতি অধ্যয়ন ;

বিয়লি বুৰঞ্জী পঢ়ে—

প্ৰাচীন,
আধুনিক,
ইংলিচ,
আমেৰিকান ;

গধূলিৰপৰা শোৱালৈকে—

পত্ৰ-সাহিত্য, কবি-জীৱনী, বিশেষকৈ চেক্সপীয়েৰ ;

সমালোচনা,
অলঙ্কাৰ শাস্ত্ৰ,
বাগ্মিতা।

এই তালিকাৰ ভিতৰত জেফাৰচনে বেহেলা বজাবলৈ সময় ক'ত পাইছিল ? কলেজত পঢ়োঁতে আৰু তাৰ বাৰ বছৰৰ পিছলৈকে টমে প্ৰতিদিনে তিনি ঘণ্টা সময় বেহেলা বজোৱাত অতিবাহিত কৰিলে। এইবোৰ কৰাৰ উপৰিও জেফাৰচনে পামখন চলোৱাত চকু ৰাখিছিল, বহুত তথ্য লিপিবদ্ধ কৰিছিল, প্ৰত্যেকদিনেই ঘোঁৰাত উঠি ফুৰিছিল, বন্ধুবৰ্গ'ৰ লগত বিশেষকৈ ফকিয়াৰৰ লগত দেখা-সাক্ষাৎ কৰি আছিল ; আনকি বল-নাচতো যোগ দিছিল।

আইন পঢ়িবলৈ ল'লে আন বিষয়ত মনোনিবেশ কৰাৰ অবকাশ খুব কমেই থাকে। 'অন্‌ড্ কক' পঢ়িবলৈ গ'লে এটা নতুন ভাষা শিকাৰ প্ৰয়োজন হৈ পৰে। ইয়াৰ বেছিকৈ আইন, লেটিন আৰু

ফৰাচী মিহলি এটা অধ্যায় আয়ত্ত্ব কৰিবলৈ হ'লে এজন মেধাবী ছাত্ৰৰ প্ৰায় এমাহ সময় লাগে। কিন্তু টমে এইখন কিতাপ পঢ়ি শেষ কৰিলেও ইয়াৰপৰা পোৱা তথ্যাপাতিতে তেওঁ সন্তুষ্ট নাছিল। নৰ্মান বিজয়ৰ আগৰ, আল্‌ফ্ৰেড্‌ দি গ্ৰেটৰ দিনৰ আইনাৱলীৰ অনুসন্ধানতো তেওঁ নিমগ্ন হৈছিল।

টমৰ একবিংশতিতম জন্মদিনত তেওঁৰ প্ৰথম কাম হ'ল নিজৰ পামৰ কাষেদি বৈ যোৱা ৰিভানা নৈৰ প্ৰবাহক কামৰ উপযোগী কৰি তোলা। নৈখন যথেষ্ট গভীৰ হলেও নৌ পৰিবহনৰ কাৰণে অনুকূল নাছিল। নৈৰ ওচৰৰ কৃষকবোৰে তেওঁলোকৰ উৎপন্ন বস্তুবোৰ আন ঠাইলে এই নৈয়েদি পঠাবলৈ সুবিধা পোৱা নাছিল। জেফাৰচনে পৌৰ-সভালৈ এটি আবেদন পঠাইছিল আৰু তাৰ ফলতে নৈখন নৌ-পৰিবহনৰ উপযোগী হোৱা দেখি আনন্দ পাইছিল। এইটোৱেই তেওঁৰ জীৱনৰ প্ৰথন জনহিতকৰ কাম। ইয়াৰ কাৰণে তেওঁ যথেষ্ট গৌৰৱ অনুভৱ কৰিছিল।

জাৰকালি তেওঁ আইন-শিক্ষাদাতা ৱাইথৰ লগত পৰামৰ্শ কৰা, আদালত আৰু লোকসভাৰ অধিবেশনত যোগ দিয়া আৰু নিজৰ গ্ৰন্থাগাৰটো পৰিবৰ্দ্ধিত কৰিবৰ কাৰণে প্ৰায়েই উইলিয়াম্‌চ্‌বাৰ্গলৈ গৈছিল। এই সময়ত উইলিয়াম্‌চ্‌বাৰ্গত তেওঁ পুৰণা বন্ধু-বান্ধৱৰ লগত দেখা-সাক্ষাৎ কৰিছিল। তেওঁৰ শিক্ষক ডঃ স্মল অৱশ্যে তেতিয়া তাত নাছিল। তেওঁ ইতিমধ্যে ইংলণ্ডলৈ গৈছিল।

জেফাৰচনৰ জীৱনৰ দ্বাবিংশতিতম বছৰটোৰ বেছিভাগ সময়েই তেওঁ 'চেড্‌ৱেল'ৰ নিজৰ ঘৰত কটাইছিল। নিয়মিত পঢ়াশুনা কৰাৰ উপৰিও তেওঁ সেই কালছোৱাতে বেহেলা বজাইছিল। ১৭৬৫ চনটো জেফাৰচন পৰিয়ালৰ কাৰণে এটা উল্লেখযোগ্য বছৰ। ডেব্‌নি কাৰে টমৰ ভনীয়েক মাৰ্থাক বিয়া কৰিলে। এই ডেব্‌নি কাৰৰ লগতে টমে বাল্যজীৱনত চিকাৰ কৰি ফুৰিছিল। দুমাহৰ পিছত টমৰ ডাঙৰ ভনীয়েক জেনৰ মৃত্যু হয়। টমে জেনকে

আটাইতকৈ বেছি ভাল পাইছিল। তেওঁৰ আগত টমে নিজৰ সকলো চিন্তা আৰু পৰিকল্পনাবোৰ প্ৰকাশ কৰিছিল। সেয়েহে জেনৰ মৃত্যুত টম সঁচাই 'চেডৱেল'ত বৰকৈ অকলশৰীয়া হৈ পৰিল।

ইফালে আইনশিক্ষাৰ পাঁচটি বছৰ বাগৰি গ'ল। জেফাৰচন এজন বিজ্ঞ আৰু ব্যৱসায়ৰ উপযুক্ত আইনজ্ঞ হৈ পৰিল। এইবাৰ তেওঁ পৰীক্ষা দি উত্তীৰ্ণ হ'ল আৰু ১৭৬৭ চনত চৌবিশ বছৰ বয়সত তেওঁ আইনজীৱীসকলৰ সমাজত প্ৰবেশ কৰাৰ অধিকাৰ লাভ কৰিলে।

—০—

# চতুৰ্থ অধ্যায়

## ভাৰ্জিনিয়াৰ নগৰ-পৰিষদ

পেট্ৰিক হেন্‌ৰিৰ লগত হোৱা প্ৰথম চিনাকিতে জেফাৰচনে জানিলে যে হেন্‌ৰিয়েও উইলিয়াম্‌চ্‌বাৰ্গত আইন শিক্ষা কৰিবলৈ গৈছিল। টমে অৱশ্যে ভাবিছিল যে তেওঁৰ নতুন বন্ধু হেন্‌ৰিয়ে আইন অধ্যয়ন আৰম্ভহে কৰিছে, শেষ কৰিবলৈ এতিয়াও বহুত দিন বাকী। কিন্তু হেন্‌ৰিয়ে তেওঁৰ গোটেই ডেকাকালটো কেৱল কিতাপ পঢ়িয়েই কাটাই দিবলৈ ইচ্ছা কৰা নাছিল। উইলিয়াম্‌চ্‌-বাৰ্গলৈ গৈ সময় পালে মাজে-সময়ে হেন্‌ৰিয়ে আইনৰ কিতাপবোৰ লুটিয়াই-বগৰাই চাইছিল। এইদৰে ছমাহমান যাওঁতেই তেওঁ আইন পৰীক্ষা দিবৰ কাৰণে আবেদন কৰিলে। এইদৰে আবেদন কৰাৰ অধিকাৰ অৱশ্যে তেওঁৰহে আছিল। সেইকালৰ নিয়ম অনুসৰি তিনিজন লব্ধপ্ৰতিষ্ঠ আইনজীৱীক পৰীক্ষক হবলৈ সম্মত কৰাব পাৰিলেহে আইন পৰীক্ষা দিব পাৰিছিল।

হেন্‌ৰিৰ পৰীক্ষক তিনিজন আছিল জেফাৰচনৰ প্ৰতিভাবান বন্ধু আৰু পিছৰ জীৱনৰ শিক্ষক জৰ্জ ৱাইথ্‌ আৰু জেফাৰচনৰ দুজন আত্মীয় পেটন ৰেণ্ডল্‌ফ্‌ আৰু জন ৰেণ্ডল্‌ফ্‌। এই পৰীক্ষক তিনিজনে হেন্‌ৰিক আইনৰ পৰীক্ষা লৈ বুজিব পাৰিলে যে হেন্‌ৰিৰ আইন সম্বন্ধে জ্ঞান একেবাৰেই কম। ৱাইথ আচৰিত হৈছিল তেওঁৰ এনে অজ্ঞতাৰ কাৰণে। হেন্‌ৰিৰ অসাধাৰণ মনোবলৰ বাহিৰে অনুমতিপত্ৰ তেওঁক দিবলৈ আইনৰ কোনো জ্ঞান নাছিল আৰু সেয়েহে ৱাইথে তাত চহী কৰি সম্মতি দিয়া নাছিল। কিন্তু বাকী

দুজনক হেন্‌ৰিয়ে অনুমতিপত্ৰত সন্মতি জনাই চহী কৰিবলৈ ৰাজি কৰাইছিল। তেওঁলোকে এই যুৱকজনৰ প্ৰতিভাৰ সন্ধান তেওঁৰ কথা-বতৰাত পাইছিল। তেওঁলোকে ভাবিছিল যে যুৱকজনৰ কথা-বতৰাই তেওঁলোকক যিদৰে মুগ্ধ কৰিছে, আদালতৰ জুৰিকো তেওঁ সেইদৰেই মুগ্ধ কৰিব পাৰিব। তেওঁলোকে কৈছিল যদি পেট্ৰিক হেন্‌ৰিয়ে ঘৰলৈ গৈ পঢ়াশুনাত মন দিব বুলি প্ৰতিশ্ৰুতি দিয়ে তেনেহলে তেওঁলোকে অনুমতিপত্ৰত চহী কৰিবলৈ প্ৰস্তুত আছে। আনকি তেওঁলোকে তৃতীয় আইনজীৱীৰ স্বাক্ষৰ সংগ্ৰহ কৰি দিবলৈয়ো গাত লব। হেন্‌ৰিয়ে তাকে কৰিব বুলি প্ৰতিজ্ঞা কৰিছিল। কিন্তু দুখৰ বিষয় যে, তেওঁ তেওঁৰ কথা ৰাখিব নোৱাৰিলে। তেওঁ অৱশ্যে আৱশ্যকীয় কিতাপ-পত্ৰবোৰ টমৰপৰা পঢ়িবলৈ নিছিল, কিন্তু চিকাৰৰ কাৰণে ঘূৰি ফুৰোঁতে তেওঁৰ আৰু পঢ়া নহ'ল। আৰু উভতি আহি কিতাপবোৰ ওভোতাই দিছিল। শেষত অৱশ্যে হেন্‌ৰৰি বিষয়ে পেটন ৰেণ্ডলফ্‌ৰ ধাৰণাই সঁচা হৈছিল। কিতাপ-পত্ৰ পঢ়ি হেন্‌ৰিয়ে খুব বেছি জ্ঞান অৰ্জ্জন কৰা নাছিল, কিন্তু শেষলৈ আইন-ব্যৱসায় কৰি আইন সম্বন্ধে যথেষ্ট জ্ঞান অৰ্জ্জন কৰিছিল। তেওঁৰ বক্তৃতাই নিৰুৎসাহী উদাসীন শ্ৰোতাকো চঞ্চল কৰি তুলিছিল। আইনৰ ক্ষেত্ৰত তেওঁৰ প্ৰতিভাই তেওঁক ১৭৬৫ চনত পৌৰসভাৰ নিৰ্ব্বাচনী প্ৰতিযোগিতাত জয়যুক্ত কৰিছিল। এই সময়ছোৱা কেউকালে উত্তেজনাপূৰ্ণ আছিল। হেন্‌ৰিয়ে লক্ষ্য কৰিছিল যে তেতিয়াৰ দিনত আটাইতকৈ উত্তেজনা-পূৰ্ণ ঠাই আছিল ভাৰ্জিনিয়াৰ আইন-সভা। তেতিয়া ষ্টাম্প আইন লৈ আন্দোলন চলিছিল।

ফৰাচীবোৰৰ বিৰুদ্ধে আৰু স্থানীয় ৰেড্-ইণ্ডিয়ানবোৰৰ বিৰুদ্ধে যুদ্ধ কৰি ১৭৬৩ চনত ইংলণ্ড আৰু আমেৰিকাস্থ উপনিবেশবোৰ জয়লাভ কৰিলে যদিও এই যুদ্ধই বৃটিচ সাম্ৰাজ্যক আৰ্থিক ফালৰ-পৰা প্ৰায় শেষ কৰি দিলে আৰু কৰৰ বোজা বেছি হ'ল। ইংৰাজ-

বোৰে ভাবিলে আমেৰিকাস্থ উপনিবেশবোৰেও এই খৰচৰ কিছু অংশ বহন কৰা উচিত। কাৰণ এই উপনিবেশবোৰেও এই জয়লাভৰ কাৰণে উপকৃত হৈছে। বৃটিচ পাৰ্লামেণ্টে বহুত বিৰক্তিকৰ আইন বিধিবদ্ধ কৰিছিল। তাৰ ভিতৰত এই আইনখন আটাইতকৈ বেছি বিৰক্তিকৰ হৈ উঠিল। এই আইনৰ বলত যিকোনো ৰকমৰ মুদ্ৰিত কাগজ-পত্ৰৰ ওপৰত কৰ লগেৱা হ'ল। সেইবোৰ কাগজ-পত্ৰ আইন বিষয়ৰেই হওক, ব্যৱসায়-বাণিজ্য সংক্ৰান্তই হওক বা দলিল-পত্ৰই হওক, কৰ লগোৱা হৈছিল। এই সময়তে এদিন পেট্ৰিক হেন্‌ৰিয়ে তেওঁৰ ক্ষীণ ঘোঁৰাটোত উঠি উইলিয়াম্‌চ্‌বাৰ্গ পালেগৈ। নগৰ-পৰিষদৰ সদস্য হিচাপে তেওঁ এইবাৰ উপনিবেশৰ আইন ৰচনা আৰু শাসন-পৰিচালনাৰ কামত যোগ দিব। উপনিবেশৰ সকলো ঠাইতে তেতিয়া বৃটিচ পাৰ্লামেণ্টৰ আইন সম্পৰ্কে প্ৰতিবাদৰ জোৱাৰ উঠিছিল, কিন্তু কি কৰিব লাগিব কোনেও একো জনা নাছিল। চাৰিওফালে অভিযোগ আৰু খণ্ডৰ ভাব প্ৰকাশ পাইছিল। কামত অৱশ্যে কোনেও একো কৰিব পৰা নাছিল। পেট্ৰিক হেন্‌ৰি একেবাৰে নতুন সভ্য আছিল। সেই কাৰণে পুৰণি সভ্য আৰু নেতাসকলে দায়িত্ব গ্ৰহণ কৰি কামত আগবাঢ়ে নে নেবাঢ়ে চাবৰ কাৰণে অপেক্ষা কৰিছিল। কিন্তু তেনেকুৱা একোৱেই নহ'ল। অৱশেষত কাকো একো নকৰা যেন দেখি পৌৰসভাৰ অধিবেশনৰ অন্ত হবলৈ মাত্ৰ দুদিন থাকোঁতে হেন্‌ৰিয়ে 'অ'ল্ড কক্'ৰপৰা এখন নিলিখা বগা কাগজ উলিয়াই লৈ তাতে পৌৰসভাৰ অনুমোদনৰ কাৰণে কেইটামান প্ৰস্তাৱ লিখিলে। তাৰ পিছত তেওঁ থিয় হৈ এই প্ৰস্তাৱকেইটা সদস্যসকলক পঢ়ি শুনালে। ইয়াৰ পিছত আৰম্ভ হ'ল তেওঁৰ ভাষণ।

বাহিৰৰ দৰ্শক বহিবৰ কাৰণে তাত একো ব্যৱস্থা নাছিল। সেই কাৰণে সভাঘৰৰ দুৱাৰমুখত বাৰাণ্ডাতে শ শ উৎসুক দৰ্শকে থিয় হৈ তেওঁৰ বক্তৃতা শুনিছিল। আৰু তেওঁলোকৰ মাজতে আছিল

তৰুণ আইন-শিক্ষাৰ্থী জেফাৰচন। খুব মনোযোগেৰে তেওঁ দেখিলে, তেওঁৰ বন্ধু হেন্‌ৰিয়ে নিজৰ ঠাইতে থিয় হৈ ইংৰাজী আইনৰ নিন্দাবাদ কৰি কিছুমান প্ৰস্তাৱ উত্থাপন কৰিছে। অনুমান হ'ল, প্ৰথমতে তেওঁৰ মাতটো যেন অলপ কঁপিছে আৰু নিজৰ সাধাৰণ কাপোৰ-কানিৰ কাৰণে অলপ সঙ্কুচিত বোধ কৰিছে। কিন্তু লাহে লাহে তেওঁৰ কথাৰ ধাৰা অনৰ্গল ববলৈ ধৰিলে। জেফাৰচনে অনুভৱ কৰিলে, সেই ঘৃণনীয় ষ্টাম্প আইনৰ বিৰুদ্ধে হেন্‌ৰিৰ প্ৰতিবাদমুখৰ ধ্বনিত তেৰোঁ আন দৰ্শকৰ দৰেই উত্তেজিত আৰু অভিভূত হৈ পৰিছে। বক্তৃতাৰ মাজতে এবাৰ হেন্‌ৰিয়ে কৈ পেলালে—"চিজাৰৰ আছিল ব্ৰুটাচ, প্ৰথম চাৰ্লচৰ আছিল ক্ৰমৱেল আৰু তৃতীয় জৰ্জ......"

বাধা দি সভাপতিয়ে চিঞৰি উঠিল—"ৰাজদ্ৰোহ"। সভাগৃহৰ কেউফালৰপৰাও প্ৰতিধ্বনি উঠিল, "ৰাজদ্ৰোহ" "ৰাজদ্ৰোহ"। জেফাৰচন আচৰিত হৈছিল। কিন্তু হেন্‌ৰি লেশমাত্ৰও বিচলিত নহ'ল। মূৰ তুলি তেওঁ স্পষ্টভাৱে তেওঁৰ বাক্যটো শেষ কৰিলে—"তৃতীয় জৰ্জে এওঁলোকৰ উদাহৰণ দেখি এতিয়াও সাৱধান হব পাৰে। ইয়াকে যদি ৰাজদ্ৰোহ বুলি কয় কব পাৰে।"

চিঞৰ-বাখৰৰ মাজেদি প্ৰস্তাৱবোৰ গৃহীত হ'ল। প্ৰস্তাৱবোৰৰ যোগেদি ইংলণ্ডৰ ৰজাক সোঁৱৰাই দিয়া হ'ল যে, ইংৰাজ হিচাপে ঔপনিবেশিকসকলৰ এনে কিছুমান অপৰিৱৰ্ত্তনীয় অধিকাৰ আছে যিবোৰ তেওঁলোকে কেতিয়াও বিসৰ্জ্জন দিয়া নাই। এই অধিকাৰবোৰৰ ভিতৰত এটা হ'ল, ঔপনিবেশিকসকলৰ প্ৰতিনিধি-বোৰেহে কেৱল তেওঁলোকৰ ওপৰত কৰ লগাব পাৰে আৰু ঔপনিবেশিকসকলে একমাত্ৰ তেওঁলোকৰ দ্বাৰা ধাৰ্য্য কৰা কৰহে দিবলৈ প্ৰস্তুত। সৰ্ব্বশেষত প্ৰস্তাৱটো মাত্ৰ এটা ভোটত গৃহীত হ'ল।

কোনো বিষয়ৰ খুঁটি-নাটিৰ বিষয়ে মূৰ ঘমোৱা কোনোদিনেই ন্‌হেৰিৰ অভ্যাস নাছিল। প্ৰস্তাৱবোৰ গৃহীত হোৱাৰ পিছত তেওঁ

ভাবিলে, তেওঁৰ কৰ্ত্তব্য শেষ হৈছে। লোৰেলা ঘোঁৰাটোত উঠি তেওঁ ঘৰলৈ ৰাওনা হ'ল। কিন্তু ইফালে ভয়াতুৰ নগৰ-পৰিষদগণক মন্ত্ৰমুগ্ধ কৰি তেওঁলোকৰ হতুৱাই এনেকুৱা এটা দুঃসাহসিক কাম কৰি থৈ গ'ল যে, সেই কামৰ ফলাফল সহ্য কৰা তেওঁলোকৰ সাধ্যাতীত আছিল। সেয়েহে হেন্‌ৰি যোৱাৰ লগে লগে তেওঁৰ ভাষাও শ্ৰুতিৰ বাহিৰ হৈ গ'ল আৰু তেওঁলোকে মনতে ভাবিলে, এই কামটো নকৰাই ভাল আছিল।

পিছদিনা টম অধিবেশনৰ ঘণ্টা বজাৰ অলপ আগেয়ে নগৰ-পৰিষদৰ সভাঘৰত সোমাইয়ে দেখিলে, দদায়েক কৰ্নেল পিটাৰ ৰেণ্ডল্‌ফ্ আৰু এজন দলভুক্ত সদস্যই কেৰাণীৰ মেজৰ ওপৰত ব্যস্তভাৱে কিছুমান কাগজ-পত্ৰ লুটিয়াই-বগৰাই চাইছে। কেইবছৰ-মানৰ আগতে পৌৰসভাই এবাৰ নিজৰ ভোটত গৃহীত হোৱা প্ৰস্তাৱ বিশেষ উপায়ে বাতিল কৰি দিছিল—তেওঁলোকে সেই কাগজ-পত্ৰবোৰকে অনুসন্ধান কৰিছিল। সেইদিনা তেওঁলোকে আগৰদিনা গৃহীত হেন্‌ৰিৰ সৰ্ব্বশেষ প্ৰস্তাৱটো তেওঁৰ অনুপস্থিতিত ভোট দি কাগজ-পত্ৰৰপৰা বাদ দিলে।

কিন্তু নগৰ-পৰিষদৰ সদস্যসকলে তেওঁলোকৰ কাগজ-পত্ৰৰপৰা সেই প্ৰস্তাৱটি মচি পেলালেও আৰু, ভয় আৰু আতঙ্কগ্ৰস্ত হ'লেও বিশেষ ভাল কৰিব নোৱাৰিলে। ভালপোৱা বা নোপোৱা বুৰঞ্জীৰ লিখন অব্যৰ্থ। যি বিৰাট জনতাই সেই 'ৰাজদ্ৰোহমূলক বক্তৃতা' শুনিছিল তেওঁলোকেই ইয়াৰ বীজ দেশৰ চাৰিওফালে সিঁচিছিল। অলপ দিনৰ ভিতৰতে এই বক্তৃতাৰ মৰ্ম্মবাণী সমগ্ৰ ভাৰ্জিনিয়া আৰু আন আন উপনিবেশবোৰত ধ্বনিত হৈছিল। টম জেফাৰচনেও হেন্‌ৰিৰ সেই বক্তৃতা শুনিছিল। কিন্তু তেওঁৰ মনত যি চিন্তাধাৰাৰ সোঁত বৰলৈ ধৰিলে সেই সোঁতৰ ধাৰাই হেন্‌ৰিৰ ৰাজদ্ৰোহিতাক চেৰ পেলাই বহু-দূৰ আগুৱাই গ'ল। তেওঁৰ চিন্তা হ'ল, এই প্ৰতিবাদ কেৱল তৃতীয় জৰ্জৰ বিৰুদ্ধে কিয়? সমগ্ৰ ৰাজতন্ত্ৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰিব

লাগিব। কেৱল অন্যায়ভাৱে ধাৰ্য্য কৰা কৰৰ বিৰুদ্ধে যুঁজিলে নহব। মানুহ হিচাপে আৰু আমেৰিকান হিচাপে স্বাধীনতা লাভৰ আৰু মহত্বৰ অধিকাৰ তেওঁলোকৰ আছে নে নাই তাকো গমি চাব লাগিব।

কাম আৰু অধ্যয়নৰ মাজেদি এই ধাৰণাবোৰক স্পষ্টভাৱে প্ৰকাশ কৰিবলৈ অৱশ্যে জেফাৰচনৰ কেইবা বছৰো লাগিছিল। ষ্টাম্প আইন উপলক্ষ্যে দিয়া হেন্‌ৰিৰ সেই বিখ্যাত বক্তৃতাৰ পিছৰ দুবছৰৰ ভিতৰত জেফাৰচনে আইন পৰীক্ষা পাছ কৰি আইনজীৱী হৈ উঠিব পৰা নাছিল। আচলতে এই ঘটনাৰ দুবছৰৰ পিছত ১৭৬৯ চনত তেওঁ ৰাজনীতিত প্ৰবেশ কৰিলে।

জেফাৰচনে আইন ব্যৱসায়ৰ অনুমতি পোৱা বছৰতে গভৰ্ণৰ ফকিয়াৰৰ মৃত্যু হয়। ফকিয়াৰৰ মৃত্যুৰ পিছত লৰ্ড ব'টেটুৰ্ট ভাৰ্জি-নিয়াৰ শাসনকৰ্ত্তা নিযুক্ত হয়। নতুন শাসনকৰ্ত্তাৰ আগমনৰ পিছতে ভাৰ্জিনিয়াৰ এখন নতুন নগৰ-পৰিষদ গঠন কৰা হ'ল।

জেফাৰচনে আইন-ব্যৱসায় আৰম্ভ কৰা তেতিয়া প্ৰায় দুবছৰ হৈছিল। তেওঁৰ সকলো শক্তি আৰু শিক্ষাক আবদ্ধ ৰাখিব পৰাকৈ তেতিয়াও তেওঁৰ ব্যৱসায় সিমান বিস্তৃত হোৱা নাছিল। গ্ৰীক আৰু লেটিন লেখকসকলৰ বহুমূলীয়া কিতাপ পঢ়ি স্বাদেশিকতা আৰু দেশ সেৱাৰ যি বিচিত্ৰ আৰু উদাৰ আদৰ্শ তেওঁ পাইছিল, জীৱনত সেইবোৰ সাৰ্থক কৰিবলৈ এই দৈনন্দিন কোলাহলময় ব্যৱসায়টি তেওঁ সমুলি ভালপোৱা নাছিল। মামলা-মোকৰ্দ্দমাত জড়িত থকা মানুহবোৰক সহায় কৰোঁতেই তেওঁ ব্যস্ত আছিল। এই সময়ত নতুন নগৰ-পৰিষদৰ সভ্যপদৰ কাৰণে নিৰ্ব্বাচনপ্ৰাৰ্থী হোৱাকে তেওঁ নিজৰ কৰ্ত্তব্য বুলি ভাবিছিল।

সেইদিনত যথেষ্ট অৱসৰ নেথাকিলে নিৰ্ব্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাটো সহজ কাম নাছিল। নিৰ্ব্বাচনপ্ৰাৰ্থী হবলৈ হ'লে প্ৰত্যেকেই এক বিশেষ ধৰণৰ শিষ্টতা অনুসৰণ কৰিব লাগে। জেফাৰচনেও আল্‌বিমাৰ্লে কাউন্টিৰ প্ৰত্যেকজন ভোটদাতাৰ ওচৰলৈ গৈ সানুনয়ে

তেওঁলোকৰ ভোট প্ৰাৰ্থনা কৰিবলগীয়া হৈছিল। প্ৰাৰ্থীয়ে ভোট-দাতাৰ কাষলৈ গৈ যথেষ্ট বিনয়েৰে ভোট প্ৰাৰ্থনা নকৰিলে তেওঁ ভোট নেপাইছিল। ইয়াৰ উপৰিও জেফাৰচনে নিৰ্ব্বাচনৰ তিনিদিন খোৱা-বোৱাৰ ব্যৱস্থা কৰিবৰ কাৰণে এজন কৰ্ম্মী নিযুক্ত কৰিছিল। তাকে নকৰিলে মানুহে তেওঁক কৃপণ বুলি ভাবিলে-হেতেন আৰু নগৰ-পৰিষদৰ সদস্য হবৰ কাৰণে অনুপযুক্ত বিবেচনা কৰিলেহেতেন। তিনিদিন ধৰি এইদৰে উত্তেজনাৰ মাজত টম আন প্ৰাৰ্থীবোৰৰ সৈতে ভোটদানৰ কেন্দ্ৰত উপস্থিত থাকিবলগীয়া হৈছিল আৰু তেওঁৰ কাৰণে কোনোবাই ভোট দিয়া গম পালে তেওঁ অতি বিনীতভাৱে তেওঁক অভিবাদন কৰিব লাগিছিল। সেই সময়ত গুপ্তভোটৰ ব্যৱস্থা নাছিল। এইদৰে তিনিদিন ভোটদাতাসকলক খোৱা-বোৱাৰ ব্যৱস্থা কৰি টমে শুনিলে যে, পিটাৰ জেফাৰচন এদিন যি পদত নিযুক্ত আছিল সেই পদতে তেওঁ যথাযথভাৱে নিৰ্ব্বাচিত হৈছে। টমৰ বয়স তেতিয়া মাত্ৰ ছাব্বিশ বছৰ আছিল।

নতুন নগৰ-পৰিষদৰ তৃতীয় দিনৰ অধিবেশনত পৰস্পৰে লগলাগি কেইবাটাও প্ৰস্তাৱ গৃহীত হ'ল। এই প্ৰস্তাৱবোৰত, অধিকাৰ নিদিয়াকৈ ঔপনিবেশিকসকলৰ ওপৰত কৰ লগোৱা আৰু ৰাজদ্ৰোহিতাৰ অভিযোগত অভিযুক্ত হোৱা মানুহবোৰক নিজৰ নিজৰ ঘৰবপৰা বহু দূৰত অৱস্থিত লণ্ডনলৈ নি বিচাৰ কৰাৰ প্ৰচলিত নিয়মৰ বিৰুদ্ধে প্ৰতিবাদ কৰা হৈছিল। ইয়াৰ উপৰিও নগৰ-পৰিষদৰ অধীনৰ তেৰখন উপনিবেশৰ আটাইবোৰকে ইংৰাজ শাসনৰ বিৰুদ্ধে সমবেত হৈ যুঁজিবলৈ আহ্বান জনোৱা হৈছিল। শেষ প্ৰস্তাৱটোৰ দৰে ইমান গুৰুতৰ প্ৰস্তাৱ ইয়াৰ আগতে সভ্যসকলে গ্ৰহণ কৰিবলৈ কেতিয়াও সাহস কৰা নাছিল।

ছদিনৰ পিছত শাসনকৰ্ত্তাই সকলো সভ্যকে তেওঁৰ সভাঘৰলৈ মাতি পঠিয়ালে। এশ সভ্যই গহীন খোজেৰে সভাঘৰলৈ আগবাঢ়িল। আৰু শাসনকৰ্ত্তাৰ সিংহাসনৰ চাৰিওফালে শাৰীপাতি থিয় হ'ল।

ৰাজকীয় সুৰত শাসনকৰ্ত্তাই সকলোকে সম্বোধন কৰি তেওঁৰ বক্তব্য আৰম্ভ কৰিলে—"সভাপতি ডাঙৰীয়া আৰু পৌৰসভাৰ সভ্যসকল, মই আপোনালোকে গ্ৰহণ কৰা প্ৰস্তাৱৰ কথা শুনিছোঁ আৰু তাৰ ফলাফলৰ বিষয়েও চিন্তা কৰিছোঁ। আপোনালোকৰ কাৰ্য্যই মোক আপোনালোকৰ পৌৰসভা ভাঙি দিবলৈ বাধ্য কৰালে। মোৰ আদেশমতে আজিৰপৰা পৌৰসভা ভঙ্গ কৰি দিয়া হ'ল।"

শেষত পৰিস্থিতি এনেকুৱা হ'ল যে বিদ্ৰোহী ভাৰ্জিনিয়াবাসীক প্ৰয়োজন হ'লে অত্যাচাৰৰ ভয় দেখুৱাই বিদ্ৰোহ দমন কৰাৰ ব্যৱস্থা কৰা হ'ল। এইদৰে টমাচ জেফাৰচন মাত্ৰ পাঁচ দিনৰ কাৰণে আইন-সভাৰ সভ্য হিচাপে কাম কৰিছিল। পৌৰসভাৰ সভ্যসকলে এইবাৰ সিদ্ধান্ত ল'লে যে বাক্-বিতণ্ডা কৰাৰ আৱশ্যক নাই। হাতে-কামে লাগি যাব লাগিব। ইংলণ্ডক আঘাত দিব পৰা এটা শক্তিশালী দলত জেফাৰচনে যোগ দিলে। সকলোৱে একগোট হৈ ঠিক কৰিলে যে বিলাতী বস্তু বৰ্জ্জন কৰি আমেৰিকাত ইংৰাজসকলৰ লাভবান ব্যৱসায়ৰ ক্ষতিসাধন কৰি ইয়াকে প্ৰমাণ কৰি দেখুৱাই দিব লাগিব যে, ঔপনিবেশিকবোৰৰ ওপৰত অন্যায়ভাৱে হস্তক্ষেপ কৰাটো ইংলণ্ডৰ পক্ষে সম্ভৱ নহয়। পৌৰসভাৰ সভ্য হিচাপে নহলেও সাধাৰণ নাগৰিক হিচাপে এই কেইজন ভাৰ্জিনিয়াবাসীয়ে পিছদিনা ৰেলে ৰেস্তোৰেণ্টৰ 'এপলো কোঠা'ত লগলাগি এখন চুক্তিপত্ৰত নাম চহী কৰিলে। তাৰ সাৰমৰ্ম্ম আছিল এই :

"আগতকৈ বেছি সঞ্চয়শীল আৰু পৰিশ্ৰমী হব লাগিব। কাম-কাম কাৰণে অতি অৱশ্যকীয় কম দামৰ কাগজ আদি দ্ৰব্যাদিৰ বাহিৰে, আমেৰিকাৰপৰা ৰাজস্ব আদায় কৰিবৰ কাৰণে ব্ৰিটিচ পাৰ্লামেণ্টৰ দ্বাৰা কৰ নিৰ্দ্ধাৰিত কোনো বস্তুৱেই কিনা নহব। এই আটাইবোৰ কঠোৰ আইন পৰিৱৰ্ত্তন নকৰালৈকে কোনো অপৰিহাৰ্য্য বস্তু বৃটেনৰপৰা অনা নহব। অৱশেষত গোটেই ভেৰাবোৰক সংৰক্ষণ কৰিব লাগিব, কাৰণ আমদানি কৰা বিলাতী পছমৰ ব্যৱহাৰ যাতে নকৰিলেও হয়।"

ভাঙি দিয়া সভাৰ ১০৮জন সভ্যৰ ভিতৰত ৮৫জনে এই প্ৰতিজ্ঞা-পত্ৰত চহী কৰিলে। পিছত আকৌ নতুন নগৰ-পৰিষদৰ নিৰ্ব্বাচনত এই ৮৫জনেই নিৰ্ব্বাচিত হৈছিল। বাকীবোৰ সভ্য নিৰ্ব্বাচিত হোৱা নাছিল।

এওঁলোকৰ এই সুপৰিচালিত বিদ্ৰোহ দেখি গভৰ্ণৰ বিস্মিত হৈ লণ্ডনৰ ৰজাৰ মন্ত্ৰীবোৰলৈ লিখিছিল যে, তেওঁলোকে যেন ভাৰ্জিনিয়া-বাসীসকলৰ লগত ভদ্ৰ ব্যৱহাৰ কৰে। আৰু ঠিক সেই সময়ত যি ৰাজনৈতিক দল ইংলণ্ডত ক্ষমতাশালী হৈ উঠিল তেওঁলোকেও ঔপনি-বেশিকসকলৰ লগত বেয়া ব্যৱহাৰ কৰাৰ বিৰোধী আছিল। এই কাৰণে গভৰ্ণৰে নতুন নগৰ-পৰিষদ গঠনৰ আহ্বান জনাই আশ্বাস দিলে যে, বিনা প্ৰতিনিধিত্বই কোনো কৰ ধাৰ্য্য কৰা নহব। জেফাৰ-চনে এই নৱগঠিত নগৰ-পৰিষদৰ সভ্যসকলৰ ভিতৰত পুনৰ নিজকে ঘূৰাই পালে। এই পৰিষদ যিমান দিন আছিল সিমানদিন তেওঁ সভ্য আছিল।

—০—

# পঞ্চম অধ্যায়

## গৃহ আৰু গৃহিণী

ডেব্‌নি কাৰৰ লগত এদিন 'মন্টিচেলো'ৰ ওপৰত বহি খেলি থাকোঁতে টমে তাত এটা ঘৰ সজাৰ কথা কৈছিল কিন্তু তেতিয়াৰ-পৰাই তেওঁৰ মুকলীমূৰীয়া মনটো জীৱনৰ বাকী কালছোৱাৰ কাৰণে ব্যস্ত হৈ কটাবলগাত পৰিছিল। বয়স বাঢ়ি যোৱাৰ লগে লগে তেওঁৰ এই পৰিকল্পনাও বাঢ়িছিল। ফকিয়েৰ, স্মল আৰু ৱাইথে তেওঁলোকৰ সাপ্তাহিক বৈঠকত ইউৰোপৰ ধুনীয়া ধুনীয়া অট্টালিকাবোৰৰ বিষয়ে খুব আগ্ৰহেৰে আলোচনা কৰিছিল। যেতিয়া তেওঁলোকে জনা-শুনা ঘৰৰ কথা বিচাৰি নেপাইছিল তেতিয়া তেওঁলোকে পেলেডিঅ'ৰ এখন কিতাপৰ আলোচনা কৰিছিল। পেলেডিঅ'ত স্থাপত্যশিল্পৰ বিষয়ে অতি মনোৰম বৰ্ণনা আছিল। ষোড়শ শতাব্দীৰ বিশিষ্ট স্থপতি পেলেডিঅ' প্ৰাচীন ৰোমান স্থাপত্যশিল্পৰ বিশেষ অনুৰাগী আছিল। কিতাপখনে টমক আকৃষ্ট কৰিলে। প্ৰাচীন গ্ৰীক আৰু লেটিন সাহিত্যৰ দৰেই এই কিতাপখনৰ গ্ৰীক আৰু ৰোমৰ স্থাপত্যকলাৰ অনাড়ম্বৰ ঐশ্বৰ্য্যৰ বৰ্ণনাই তেওঁক মুগ্ধ কৰিছিল। তেওঁ ভাবিলে, এফালে গণতন্ত্ৰ আৰু আনফালে সংস্কৃতিৰ লগত স্বভাৱিকভাৱেই এনে ধৰণৰে সজা ঘৰবোৰ খুব ৰঞ্জিতা খাই পৰে।

টমে পেলেডিঅ' কিতাপখন তেওঁৰ পাঠ্যতালিকৰ অন্তৰ্ভুক্ত কৰি ল'লে। কিতাপ অধ্যয়ন কৰিলে, চিত্ৰাঙ্কন অভ্যাস কৰিলে আৰু শতাধিক স্কেট্চ্ আঁকিলে। জেফাৰচনে তেওঁৰ পৰিকল্পনা অনুযায়ী 'মন্টিচেলো'ৰ ওপৰত এটা সৰু ঘৰ সাজিলে আৰু তাৰ ভিতৰত

এখন ধুনীয়া ফুৰণি পাতিলে। ১৭৭০ চনত জেফাৰচনে যেতিয়া নগৰ-পৰিষদৰ সদস্য হিচাপে প্ৰথম কাম কৰিবলৈ আৰম্ভ কৰে, 'মন্টিচেলো'ৰ ওপৰত ঘৰ সজা পৰিকল্পনাটো তেতিয়াও কাগজ-পত্ৰতেই সীমাবদ্ধ হৈ আছিল।

এদিন টম আৰু তেওঁৰ মাক ওচৰৰ মানুহ এঘৰত ফুৰিবলৈ যাওঁতে তেওঁলোকৰ এটা লগুৱা আহি এটা অশুভ খবৰ দিলেহি। চেড্‌ৱেলত জুই লাগি সকলো পুৰিলে।

এতিয়া আৰু 'মন্টিচেলো'ৰ ওপৰত ঘৰ-সজা কামটো পেলাই থব নোৱাৰি। সেই বছৰৰ গৰমকালি জেফাৰচনৰ মাক, ভনীয়েক আৰু ভায়েক তেওঁলোকৰ ওভাৰচিয়াৰৰ ঘৰলৈ গ'ল।

টম নিজে মন্টিচেলোৰ ওপৰত এখন চালি সাজি তাতে থাকিলে। তেওঁ ঘৰ-সজা কামটো পৰিদৰ্শন কৰি থাকিল। কেইবা বছৰো ঘৰ-সজা কামত লাগি থাকিলেও জেফাৰচনে ভাবিলে, কাম যেন যথেষ্ট আগবঢ়া নাই। তেওঁৰ মূৰত স্থাপত্যকলাৰ নানান পৰিকল্পনা খেলাবলৈ ধৰিলে। কিন্তু হঠাতে তেওঁৰ ঘৰ-সজা কামৰ আমূল পৰিবৰ্ত্তন দেখা গ'ল। যিমান পাৰে সিমান সোনকালে ঘৰ-সজা শেষ কৰিবলৈ ততাতৈয়াকৈ লাগিল।

কেতিয়াবা সন্ধিয়া অকলশৰীয়া এটা পাহাৰৰ এমূৰত বহি কোনোবা কাউন্টিৰ আদালতৰপৰা আন এটা কাউন্টিৰ আদালতলৈ যোৱাৰ বাটত আৰু কেতিয়াবা কোনো ৰেঁস্তোৰেণ্টত বহি টমে নোট-বুক উলিয়াই কিবাকিবি পৰিকল্পনাবোৰ লিপিবদ্ধ কৰি ৰাখিছিল।

এই নোট-বুকত লিখা পৰিকল্পনাবোৰ পঢ়িলে, এইবোৰ নগৰ-পৰিষদৰ সদস্যৰ লিখনিৰপৰা ওলোৱা যেন নেলাগে। এই ডেকা আইনজীৱী ৰাজনীতিজ্ঞজনৰ মনত কিহৰ জোৱাৰ উঠিছিল কোৱা টান। তেওঁ পেলেডিঅ'ৰ আড়ম্বৰহীন প্ৰাচীন ঘৰ-দুৱাৰৰ কথা পাহৰি উপন্যাসত পোৱা কল্পনাৰ দৃষ্টিৰে দেখা ঘৰৰ কথাহে ভাবিছিল।

চাৰ্ল'চ্‌চিটি কাউন্টিত জন ৱেল্‌চ্ নামে এজন খ্যাতনামা আইন-

জীয়ী বাস কৰিছিল। উইলয়াম্‌চ্‌ বাৰ্গৰ আদালতত জেফাৰচনৰ লগত তেওঁৰ প্ৰায়ে দেখা-সাক্ষাৎ হৈছিল। লাহে লাহে তেওঁলোকৰ মাজত বন্ধুত্ব গঢ়ি উঠিছিল। মিঃ ৱেল্‌চে জেফাৰচনক তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ কৰিলে। ঘৰটোৰ নাম আছিল 'দি ফৰেষ্ট'।

মিঃ ৱেল্‌চৰ লগত তেওঁৰ তেইশ বছৰীয়া অপূৰ্ব্ব সুন্দৰী বিধৱা জীয়েক মিচেচ্‌ মাৰ্থা স্কেল্‌টন আছিল। তেওঁ এগৰাকী সুদক্ষ সঙ্গীতজ্ঞা আছিল। বিখ্যাত ভেনিচ দেশীয় ওস্তাদ ডোমেনিকা এল্‌বাৰ্টিৰপৰা তেওঁ হাৰ্পচিকৰ্ড যন্ত্ৰ শিকিছিল। এই ধুনীয়া মহিলাগৰাকীৰ লগত চিনাকি হোৱাৰ লগে লগে জেফাৰচনৰ সঙ্গীতৰ প্ৰতি হেপাহ বাঢ়ি আহিল।

জেফাৰচন এতিয়া 'মন্টিচেলো'ৰ দক্ষিণ-পূব ফালৰ সৰু ঘৰটোৰ কাম শেষ কৰিবলৈ ব্যস্ত হৈ পৰিল। আৰু ডাঙৰ ঘৰটোৰ কাম ভালকৈ আৰম্ভ নহওঁতেই তেওঁ তাৰ কাম বন্ধ কৰি আচবাব-পত্ৰ গোটোৱাত লাগিল।

তেওঁ এটা ক্লেভিকৰ্ড গোটোৱাৰ কথা ভাবিলে। কিন্তু হঠাতে সেই ফৰ্‌মাচ বাতিল কৰি আগেয়ে দেখা ফোৰ্ট-পিয়ানোটো অনাৰ কথা ভাবিলে। ক'ৰবাত কিবা নতুন বস্তু দেখিলেই জেফাৰচনে সেইটো কিনাৰ কথা ভাবিবই। ইয়াৰ উপৰিও এদিন তেওঁ লিখিলে, "ফোৰ্ট পিয়ানোৰ কাম সৰ্ব্বাঙ্গসুন্দৰ। যিগৰাকী মহিলাক মই এই পিয়ানোটো দিম বুলি মনতে ভাবিছোঁ তেওঁ সেইটোৰ যোগ্য।"

গতিকে কথাটো গোপন হৈ নেথাকিল।

১৭৭২ চনৰ নতুন বছৰৰ দিনা মাৰ্থ ৱেল্‌চৰ লগত টম জেফাৰচনৰ শুভ-পৰিণয় হয়।

—০—

## ষষ্ঠ অধ্যায়

### আমেৰিকানসকল ইংৰাজ নেকি ?

জেফাৰচনৰ বন্ধু আৰু ভনী-জোঁৱায়েক ডেব্‌নি কাৰ লুইজা কাউন্টিত আইন-ব্যৱসায় কৰি থাকোঁতেই নগৰ-পৰিষদৰ সদস্য নিৰ্ব্বাচিত হয়। পেট্ৰিক হেন্‌ৰিতকৈ বয়সত সাত বছৰৰ সৰু হ'লেও লুইজা কাউন্টিৰ আদালতত ডেব্‌নি আছিল পেট্ৰিকৰ প্ৰবল প্ৰতিদ্বন্দ্বী।

পেট্ৰিক হেন্‌ৰিৰ দৰেই আঠ বছৰৰ আগতে কোনো এটা বিশেষ উলহ-মালহৰ মাজেদি তেওঁ উইলিয়াম্‌চ্‌বাৰ্গলৈ আহিছিল। এই সময়তে ইংলণ্ডই আন এটা অবিবেচনাৰ কাম কৰাৰ কাৰণে উপনিবেশ-বোৰ বিদ্ৰোহী হৈ উঠিছিল। ৰোড-আইলেণ্ডৰ 'গেছপি ঘটনা'ই উত্তেজনাৰ সৃষ্টি কৰিছিল।

এই ঘটনাৰ এবছৰৰ আগতে বৃটিচ যুদ্ধ জাহাজ 'গেছপি'য়ে নিউপোৰ্ট আৰু প্ৰভিডেন্সৰ সমুদ্ৰপথত আত্মগোপন কৰি চলিছিল। এই জাহাজৰ অধ্যক্ষজনে জলদস্যুৰ দৰে সেই অঞ্চলৰ পোতাশ্ৰয়বোৰৰ-পৰা বাহিৰলৈ যোৱা জাহাজবোৰৰ ওপৰত অতৰ্কিতে আক্ৰমণ কৰিছিল। নিষিদ্ধ বস্তু-বেহানিৰ সন্ধানত তেওঁ এনে কৰিছিল। সেই কাৰণে এই অধ্যক্ষজনক এখন উপনিবেশেও ভাল চকুৰে চোৱা নাছিল। বিশেষকৈ ৰোড-আইলেণ্ডবাসীসকল তেওঁৰ স্বেচ্ছাচাৰিতাৰ কাৰণে অতিষ্ঠ হৈ পৰিছিল।

উপনিবেশবোৰৰ ভিতৰত কেৱল ৰোড্‌-আইলেণ্ডেহে নিজৰ গভৰ্ণৰ নিৰ্ব্বাচিত কৰিব পাৰিছিল। এই গভৰ্ণৰজনে 'গেছপি'ৰ অধ্যক্ষলৈ এখন প্ৰতিবাদ-লিপি লিখি জনাই দিলে যে জাহাজ

খানাতালাচ কৰাৰ আগতে 'পৰ্‌ৱানা' দাখিল কৰিব নোৱাৰিলে তেওঁৰ এনেভাবে বস্তু-বেহানি জব্দ কৰাক আইনবিৰুদ্ধ আৰু দস্যুতা বুলি অভিহিত কৰা হব।

এদিন এখন ডাক অনা-নিয়া কৰা জাহাজ নির্দ্ধাৰিত নিয়মানুসৰি 'গেছপি'ৰ অধ্যক্ষক নজনোৱাকৈ নিউপোর্টৰ পৰা প্ৰভিডেন্সৰ ফালে গৈছিল। 'গেছপি' সেইখন ধৰিবৰ কাৰণে তেইশ মাইল বাট অনুসৰণ কৰিলে কিন্তু জাহাজখন ধৰিব নোৱাৰিলে। ডাক-জাহাজৰ কেপ্তেইনে অতি উলাহেৰে তেওঁৰ এই দুঃসাহসিকতাৰ কাহিনী প্ৰভিডেন্সত কৈ ফুৰিবলৈ ধৰিলে। নগৰৰ প্ৰতিপত্তিশীল ব্যৱসায়ী মিঃ ব্ৰাউনে এই গল্প শুনি মনে মনে হাঁহিলে। তেওঁ জানিছিল তিনি বজাৰ আগতে পাহাৰ শাৰীৰপৰা 'গেছপি'য়ে মুক্তি নেপায়। তেওঁ সমুদ্ৰগামী জাহাজৰ আঠজন কেপ্তেইনৰ পৰিচালনাত আঠখন নাও লৈ 'গেছপি'ৰ কাষলৈ গৈ তাৰ নাৱিক আৰু আৰোহী সকলক নাও-বোৰত তুলিলৈ জাহাজখনত জুই লগাই দিলে। ইয়াৰ ফলত 'গেছপি' জ্বলোৱাৰ কাৰণে জগৰীয়া হোৱাবোৰক আৰু দুয়ো পক্ষৰে সাক্ষীবোৰক এখন ৰাজকীয় জাহাজত লণ্ডনলৈ লৈ যোৱাৰ ৰাজ আজ্ঞা লৈ এজন কৰ্ম্মচাৰী আহি উপস্থিত হ'ল। তাতেই ইয়াৰ বিচাৰ হব। প্ৰভিডেন্স নগৰৰ প্ৰত্যেক লৰাছোৱালীয়েও কোন কোন সেই আঠখন নাৱত আছিল খুব ভালদৰে জানিছিল। কিন্তু ৰাজকৰ্ম্মচাৰী-বোৰে নগৰৰ কাৰোৰ পৰাই একো শুং সূত্ৰ উলিয়াব নোৱাৰিলে।

অনতিপলমে ইংলণ্ডৰ পাৰ্লামেণ্টে এখন আইন পাছ কৰিলে যে যদি কোনোবাই যুদ্ধজাহাজৰ নাৱিকৰ বুটামত ধৰে কিম্বা নাৱৰ বঠা ছোৱে তেনেহলে তেওঁক ধৰি ইংলণ্ডলৈ নি বিচাৰ কৰা হব আৰু তাৰ কাৰণে প্ৰাণদণ্ড পৰ্য্যন্ত শাস্তি হব পাৰে। পাৰ্লামেণ্টে এইবাৰো এটা ভুল কৰিলে, কাৰণ যিবোৰ উপনিবেশৰ ওপৰত এই আইন জাৰি কৰিলে ভাৰ্জিনিয়াও তাৰ ভিতৰৰ এখন। কেৱল 'গেছপি' বিষয়ে অনৰ্গল আলোচনা কৰি যে একো লাভ নহব এই বিষয়ে ভেৰ্জিনিয়াৰ

আৰু জেফাৰচন দুইজনেই একমত হৈছিল। কাৰ্য্যপন্থা নিৰ্দ্ধাৰণ কৰিবৰ কাৰণে দুয়ো পেট্ৰিক হেন্‌ৰি আৰু তেওঁৰ ভায়েক হেন্‌ৰি আৰু ৰিচাৰ্ড এইচ, লী'ৰ লগত ৰেলৱে ৰেস্তোৰেন্টত গোপনে আলোচনা কৰিবলৈ দিন স্থিৰ কৰিলে।

সেই আলোচনাত জেফাৰচনে ক'লে যে যি কোনো এখন উপনিবেশৰ ওপৰত আক্ৰমণ কৰিলে সকলো উপনিবেশৰ ওপৰত আক্ৰমণ কৰা বুলি ধৰি লব লাগিব। কিন্তু উপনিবেশবোৰৰ পৰস্পৰৰ মাজত যোগাযোগৰ কোনো ব্যৱস্থা নাই। ইয়াৰ কাৰণে এনেকুৱা ব্যৱস্থা কৰিব লাগিব যাতে উপনিবেশবোৰে পৰস্পৰৰ কাৰ্য্যকলাপ সম্বন্ধে খবৰ ৰাখে।

তিনিউজনৰে অনুমতি লৈ জেফাৰচনে উপনিবেশবোৰৰ মাজত যোগাযোগ ৰাখিবৰ কাৰণে এখন স্থায়ী সমিতি গঠনৰ প্ৰস্তাৱ আগবঢ়ালে। চেমুৱেল আডাম্‌চেও মেচাচুচেট্‌চতে এই কামকে কৰিছিল। তেওঁলোকৰ অভিমত হ'ল যে ইংলণ্ডে যদি তেওঁলোকৰ উপনিবেশবোৰৰ ওপৰত একে ব্যৱহাৰ কৰে তেনেহলে তেওঁলোকেও সঙ্ঘবদ্ধ হৈ ইংলণ্ডৰ বিৰুদ্ধে থিয় হোৱা উচিত। নগৰ পৰিষদৰ পিছৰ অধিবেশনত ডেবনিকাৰে যোগাযোগ ৰক্ষণ সমিতি গঠনৰ প্ৰস্তাৱটো উত্থাপন কৰিলে আৰু সৰ্ব্বসম্মতিক্ৰমে প্ৰস্তাৱটো গ্ৰহণ কৰা হ'ল। সুবিধামতে দেশৰ কোনো মধ্যৱৰ্ত্তী ঠাইত উপনিবেশবোৰৰ প্ৰতিনিধিবোৰে লগহবলৈ স্থিৰ কৰিলে। এই উদ্দেশ্যে পৌৰসভাৰপৰা জেফাৰচন, ডেবনিকাৰ আৰু পেট্ৰিক হেন্‌ৰিক প্ৰতিনিধি নিৰ্ব্বাচিত কৰা হ'ল।

ডেবনিকাৰে তেওঁৰ পত্নীক তেওঁৰ প্ৰথম বক্তৃতাৰ কথা কবৰ কাৰণে দেশলৈ গ'ল। তাৰ পিছত তাৰপৰা চাৰ্‌লটি ভিলাৰ ফালে গ'ল। তাত তেওঁৰ অলপ আইন সংক্ৰান্ত কাম আছিল। চাৰলটি পোৱাৰ লগে লগে তেওঁ জ্বৰত পৰিলে আৰু ঘৰলৈ ওভোটাই নিয়াৰ আগতে তেওঁৰ মৃত্যু হ'ল। এই খবৰ জেফাৰচনে শুনাৰ আগতে তেওঁক

সমাধিস্থ কৰা হ'ল। তেওঁ এৰি থৈ গ'ল তিনিজনী জীয়েক আৰু তিনিজন পুতেক। জেফাৰচনে তেওঁলোকক মাক মাৰ্থাকাৰবে সৈতে 'মন্টিভিলা'লৈ আনিলে। টমে তেওঁলোকৰ পুৰণি শপথৰ কথা পাহৰি যোৱা নাছিল। সেয়েহে ডেবনিৰ শটো 'মন্টিচেল'লৈ আনি ওক গছৰ তলত পুনৰায় সমাধিস্থ কৰালে। পোন্ধৰ বছৰৰ আগতে কৰা প্ৰতিজ্ঞা এইদৰে তেওঁ পালন কৰিলে।

ডেবনিকাৰৰ মৃত্যু হ'ল কিন্তু বক্তৃতাৰ ফল ফলিবলৈ আৰম্ভ কৰিলে। ইফালে জেফাৰচনৰ যোগাযোগ সমিতিৰ কামও চলি থাকিল। নতুন যোগাযোগ ব্যৱস্থাৰে যি গুৰুত্বপূৰ্ণ বাতৰিটো সৰ্ব্বপ্ৰথম্ প্ৰচাৰিত হৈছিল সেইটো হ'ল 'বোষ্টনৰ চাহৰ পাৰ্টি'। কাহিনীটো আছিল আধা গুৰুত্বপূৰ্ণ আধাহাস্যৰসাত্মক। বোষ্টন বন্দৰত জাহাজৰপৰা মাল নমাব নোৱাৰাৰ কাৰণে ইংৰাজৰ আটাইখিনি চাহ নষ্ট হৈ যোৱাৰ বাতৰিটো ভাৰ্জিনিয়াৰ গৰম মূৰৰ ডেকাবোৰৰ মাজত আনন্দ-উল্লাসৰ সৃষ্টি কৰিছিল। জেফাৰচনে বুজিলে এতিয়াৰপৰা এনেকুৱা ঘটনা চাৰিওকালে ঘটিবলৈ আৰম্ভ কৰিব। তেওঁ নিজেও তাৰ কাৰণে সাজু হ'ল।

সচাঁসঁচিকৈয়ে ইংলণ্ডৰপৰা খবৰ আহিল যে বোষ্টন বন্দৰত ব্যৱসা-বাণিজ্য বন্ধ কৰি দিবৰ কাৰণে আইন পাছ হৈ গৈছে। ১৭৭৪ চনৰ পহিলা জুনৰপৰা আইনখন বলবৎ কৰা হব। আৰু তাক কাৰ্য্যকৰী কৰিবৰ কাৰণে ইংৰাজৰ ফৌজ আহিব।

কেনেকৈ ইয়াৰ প্ৰতিবাদ কৰিব সেই বিষয়ে আলোচনা কৰিবলৈ সৰু দলটো আকৌ লগ লাগিল। এইবাৰ তেওঁলোকৰ মাজত ডেবনিকাৰ নাই। আলোচনা কৰোঁতে তেওঁলোকে তেওঁলোকৰ বিচাৰিফুৰা পন্থাৰ সন্ধান পালে পিউৰিটান ধৰ্ম্মৰ পুৰণি ইতিহাসত। পিছদিনাই তেওঁলোকে নগৰ-পৰিষদৰ অধিবেশনত এটা প্ৰস্তাৱ পাছ কৰিলে। এই প্ৰস্তাৱত পহিলা জুনৰ দিনা সমগ্ৰ ভাৰ্জিনিয়াতে উপবাস আৰু প্ৰাৰ্থনা দিবস বুলি ঘোষণা কৰা হ'ল। প্ৰস্তাৱটো যেতিয়া গভৰ্ণৰৰ ওচৰলৈ চহী কৰিবৰ

কাৰণে অনা হ'ল তেওঁ তৎক্ষণাত নগৰ-পৰিষদ ভঙ্গ কৰি দিলে। পৰিষদৰ সভ্যসকলে কিন্তু তেতিয়া ঘৰলৈ উভতি নাহি নিজেই এখন সন্মিলন আহ্বান কৰিলে। ভাৰ্জ্জিনিয়াৰ চনদত কোনো সন্মিলনৰ উল্লেখ নাছিল। গতিকে এই সভাত গভৰ্ণৰৰ কোনো হাত নাছিল। এই সন্মিলনৰ উদ্দেশ্য আছিল যে এই সন্মিলনৰপৰা নিৰ্ব্বাচন কৰা প্ৰতিনিধিসকলে প্ৰতি বছৰে আন উপনিবেশবোৰৰ প্ৰতিনিধিৰ লগত সাক্ষাৎ কৰিব আৰু এইদৰেই এখন মহাদেশীয় কংগ্ৰেচ গঢ়ি উঠিব। এই কংগ্ৰেচক ৰজাই স্বীকাৰ নকৰিব আৰু ইয়াৰ সিদ্ধান্তবিলাকত হস্তক্ষেপ কৰাৰও অধিকাৰ তেওঁৰ নেথাকিব।

প্ৰত্যেক কাউন্টিয়ে নগৰ পৰিষদলৈ যিকেইজন প্ৰতিনিধিক পঠাইছিল এই সন্মিলনলৈও সেইকিজন প্ৰতিনিধিকে পঠালে। আলবিমাৰ্লে কাউন্টিৰপৰা জেফাৰচনে যথাযথভাৱে নিৰ্ব্বাচিত হ'ল আৰু জুলাই মাহৰ শেষৰ ফালে ঘোঁৰাত উঠি উইলিয়াম্‌চ্‌বাৰ্গলৈ ৰাওনা কৰিলে।

বাটত জেফাৰচনৰ গ্ৰহণীৰোগ হ'ল। আৰু সেইকাৰণে ওখ-চাপৰ বাটেদি ঘোঁৰাত উঠি যোৱা তেওঁৰ পক্ষে সম্ভৱ নহল। তেওঁ বাটৰ কাষতে আশ্ৰয় লবলৈ বাধ্য হ'ল। তেওঁ বিছনাত পৰিবলগা হোৱাত একেবাৰে হতাশ হৈ পৰিল।

সন্মিলনত দাখিল কৰিবৰ কাৰণে জেফাৰচনে কেইটামান প্ৰস্তাৱ লিখি আনিছিল। সেই বিষয়ে চিন্তা কৰিবৰো শক্তি তেওঁৰ নাছিল। সেইবোৰ কেনেকৈ অনতিপলমে তেওঁ সভালৈ পঠিয়াব সেই কথা চিন্তা কৰিবলৈ ধৰিলে। প্ৰস্তাৱবোৰৰ দুটা নকল আছিল—এটা তেওঁ পেট্ৰিক হেন্‌ৰিলৈ আৰু আনটি তেওঁৰ আত্মীয় পেটন ৰেণ্ডল্‌-ফকলৈ পঠিয়াই দিয়াৰ ব্যৱস্থা কৰিলে। পেটন ৰেণ্ডল্‌ফকৰ ওপৰত সেই সন্মিলনৰ সভাপতিত্ব কৰাৰ দায়িত্ব আছিল। ছাত্ৰ-জীৱনৰপৰাই জেফাৰচনে সেই বিষয়ে চিন্তা কৰি আহিছে।

অৱশ্যে এটা কথা মনত ৰখা প্ৰয়োজন। জেফাৰচন আহিছিল

পিড্ৰণ্টৰপৰা। তেওঁ কোনো দিনেই নিজকে ইংৰাজ বুলি ভবা নাছিল। তেওঁৰ উপৰি-পুৰুষসকলেও ইংলণ্ডক মাতৃভূমি বুলি মানি লোৱা নাছিল। সেই দেশত তেওঁলোকে কেৱল জন্মগ্ৰহণহে কৰিছে। বয়স হোৱাৰ লগে লগে জ্ঞানবুদ্ধি আহৰণ কৰি নিজৰ দেশ এৰি এই দেশলৈ আহিছে। বাস্তৱিকতে ইংলণ্ডক তেওঁলোকৰ ভাল নলগাৰ কাৰণে তেওঁলোক আমেৰিকালৈ আহিছে।

সেই কাৰণে ইংলণ্ড আৰু আমেৰিকাৰ ৰজা একে হলেও দেশ হিচাপে দুয়োখন বেলেগ দেশ আছিল। ইয়াৰ উপৰিও ইংৰাজসকলে বা তেওঁলোকৰ ৰজাই, কোনেও আট্লাণ্টিক মহাসাগৰৰ পশ্চিম পাৰৰ এই নতুন সম্পত্তিটো কিনা নাছিল। ঔপনিবেশিকসকলেই এই পাতল, বসতিপূৰ্ণ ঠাইডোখৰ দখল কৰি লৈছিল। আৰু নিজে কঠোৰ পৰিশ্ৰম কৰি খেতি-পাম গঢ়ি তুলিছিল। গতিকে এই সম্পত্তিবোৰত তেওঁলোকৰহে দাবী আছিল। এই সম্পত্তিত ইংৰাজ-বোৰৰ কোনো অধিকাৰ নাছিল। ইংলণ্ডৰ আইন অনুসৰি অৱশ্যে এই সম্পত্তিবোৰৰ ওপৰত ৰজাৰহে অধিকাৰ আছিল, ঔপনিবেশিক-সকলে ৰজাৰপৰা এই ভূসম্পত্তি ভোগ কৰাৰ অধিকাৰ পাইছিল মাথোন। কিন্তু এই বিষয়ে জেফাৰচনৰ মত সম্পূৰ্ণ বিপৰীত আছিল। তেওঁ কৈছিল যে এইবোৰ ভূসম্পত্তিত ৰজাৰ কোনো অধিকাৰেই নাই, ঔপনিবেশিকসকলে তেওঁলোকৰ এই দেশ ৰক্ষা কৰিবৰ কাৰণে কেৱল ৰজাৰ সহায় গ্ৰহণ কৰিছে। ৰজাই যদি তেওঁৰ কৰ্ত্তব্য ঠিকমতে পালন নকৰে তেনেহলে তেওঁলোকে আন দেশৰ শৰণাপন্ন হব।

জেফাৰচনৰ প্ৰস্তাৱৰ যোগেদি দেখুৱাই দিয়া হৈছিল যে নৰ্মান বিজয়ৰ পিছৰপৰাই ৰজাক প্ৰজাবোৰৰ ভূসম্পত্তিৰ গৰাকী বুলি গণ্য কৰা হয়। ৰজাই তেওঁৰ ইচ্ছা অনুসৰি প্ৰজাক কোনো ভূসম্পত্তি ভোগ কৰাৰ অধিকাৰ দিয়া ধাৰণাও তেতিয়াৰপৰাই সৃষ্টি হয়।

জেফাৰচনৰ এই প্ৰস্তাৱবোৰে আমেৰিকাৰ সৰ্ব্বঔপনিবেশিক

কংগ্ৰেচৰ প্ৰতিনিধিসকলৰ কৰ্ম্মপন্থাকে দেখুৱাই দিয়া হৈছিল। বেছিভাগ প্ৰতিনিধিয়েই এই প্ৰস্তাৱবোৰ দেখি মুগ্ধ হৈছিল। কিন্তু তেওঁলোকে জেফাৰচনৰ মতবাদ দুঃসাহসিকতাপূৰ্ণ বুলি অভিহিত কৰিলে। প্ৰকৃততে তেওঁৰ এই মতবাদক ৰাজদ্ৰোহিতামূলক মতবাদ বুলিব পাৰি। গতিকে সেই সন্মিলনত তেওঁলোকে যি দাবী কৰিলে সেইটো কেৱল ঔপনিবেশিকসকলক ইংৰাজ বুলি গণ্য কৰা, ইংৰাজবোৰৰ সমান অধিকাৰ দিয়া আৰু তেওঁলোকৰ প্ৰতিনিধিৰ ব্যতীত কৰ ধাৰ্য্য নকৰাৰ দাবীৰ ভিতৰত সীমাবদ্ধ হৈ থাকিল। এইদৰে এই সন্মিলনত বিভিন্ন ধৰণৰ প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল।

ইংলণ্ডবাসীসকলে জেফাৰচনৰ প্ৰস্তাৱবোৰৰ যোগেদি আমেৰিকাৰ প্ৰকৃত অৱস্থা বুজিব পাৰিলে। লণ্ডনত থকা আমেৰিকাৰ নগৰ-পৰিষদৰ প্ৰতিনিধিজনে এই প্ৰস্তাৱবোৰ ছাপা কৰালে আৰু পুস্তিকা-খনৰ নাম দিলে—"চামাৰী ভিউ অব্ দি ৰাইট্চ্ অব্ দি বৃটিচ আমেৰিকা।" (বৃটিচ আমেৰিকাৰ অধিকাৰবোৰৰ সংক্ষিপ্ত বিবৰণ) ঔপনিবেশিকসকলৰ হিতাকাঙ্খী বিখ্যাত বৃটিচ ৰাষ্ট্ৰনেতা এড্মণ্ড বাৰ্কেও পুস্তিকাখনৰ কোনো কোনো অংশ সালসলনি কৰি তেওঁৰ বিখ্যাত ভাষণবোৰৰ এটাত ব্যৱহাৰ কৰিছিল। এই জাতীয় মতবাদ প্ৰকাশ কৰাৰ ফলত বৃটিচ চৰকাৰে জেফাৰচনৰ নাম এডাম্চ্, হুজন, জন হেন্‌ক'ক, পেট্ৰিক হেন্‌ৰি আৰু আন আন নামজলা বিদ্ৰোহীবোৰৰ নামৰ তালিকাত অন্তৰ্ভুক্ত কৰিলে।

# সপ্তম অধ্যায়

ইংলণ্ডই যাতে ঔপনিবেশিকসকলৰ দাবীবোৰ মানি লবলৈ বাধ্য হয় সেই কাৰণে ফিলাডেল্‌ফিয়াৰ নিখিল ঔপনিবেশিক কংগ্রেচত বিভিন্ন পন্থা আলোচনা কৰা হ'ল। সেই কংগ্রেচত সিদ্ধান্ত লোৱা হ'ল যে প্রথমতে 'বাণিজ্যিক অস্ত্র' ব্যৱহাৰ কৰি চাব লাগিব। প্রথমে বৃটিচ বস্তু বৰ্জ্জন কৰিব লাগিব। ১৭৭৪ চনৰ ডিচেম্বৰ মাহৰ পিছৰ-পৰাই সকলো বৃটিচ-বস্তু আমদানি বন্ধ কৰি দিয়া হব। আৰু এই পন্থা কাৰ্য্যকৰী নহলে দ্বিতীয় উপায় হব বাণিজ্যিক অৱৰোধ। উপনিবেশবোৰৰপৰা ইংলণ্ডলৈ ৰপ্তানি বন্ধ কৰিব লাগিব।

১৭৭৫ চনৰ ১০ মে তাৰিখে দ্বিতীয় সৰ্ব্ব-ঔপনিবেশিক কংগ্রেচ আহ্বান কৰা হ'ল। এইবাৰ সভাপতি হ'ল পেটন ৰেণ্ডলফ্। তেওঁ ইফালে ভাৰ্জিনিয়াৰ নগৰ-পৰিষদৰ স্পীকাৰ আছিল। ইতিমধ্যে শাসনকৰ্ত্তা ডান্‌মোৰে নগৰ-পৰিষদৰ এখন বিশেষ অধিবেশন আহ্বান কৰিলত তেওঁ সোনকালে ভাৰ্জ্জিনিয়ালৈ উভতি আহিবলগীয়া হ'ল। তেওঁ উভতি অহাৰ পিছদিনাই লৰ্ড নৰ্থে প্রেৰণ কৰা এটা বিশেষ মীমাংসামূলক প্রস্তাৱৰ বিষয়ে আলোচনাৰ কাৰণে নগৰ-পৰিষদৰ এখন অধিবেশন বহিল। লৰ্ড নৰ্থৰ সেই প্রস্তাৱত কোৱা হৈছিল যে যদি উপনিবেশবোৰে যুদ্ধৰ সময়ত ইংলণ্ডক সহায় কৰে আৰু ইংৰাজ সৈন্যবোৰৰ ভৰণ-পোষণৰ দায়িত্ব গ্রহণ কৰে, তেনেহলে বৃটিচ পাৰ্লামেণ্টে ঔপনিবেশিকসকলৰ ওপৰত কৰ ধাৰ্য্য নকৰিব। লৰ্ড নৰ্থে উপনিবেশিকসকলক সংঘবদ্ধ বুলি স্বীকাৰ কৰিবলৈ প্রস্তুত

নাছিল। সেই কাৰণে তেওঁ প্ৰস্তাৱটো প্ৰত্যেকখন উপনিবেশলৈ বেলেগে বেলেগে পঠাইছিল, তাৰোপৰি তেওঁ বিচাৰিছিল যে প্ৰত্যেকখন উপনিবেশেই আন উপনিবেশৰ বিদ্ৰোহ দমন কৰিবলৈ সহায় কৰিব বুলি প্ৰতিশ্ৰুতি দিব লাগিব। উপনিবেশবোৰক এনে কিছুমান চৰ্ত্ত মানি লবলৈ কোৱা হৈছিল যাৰ ফলত নিউ ইংলণ্ডৰ সমুদ্ৰ-বাণিজ্য নষ্ট হৈ যাব পাৰে। সদস্যসকলে ঠিক কৰিলে, লৰ্ড নৰ্থৰ প্ৰস্তাৱৰ উত্তৰ পোন-পটীয়াভাৱে নপঠিয়াই, ভাৰ্জ্জিনিয়াৰ নগৰ-পৰিষদে এটা উত্তৰ প্ৰস্তুত কৰি ফিলাডেল্‌ফিয়া কংগ্ৰেচত উত্থাপন কৰিব। এনে কৰাৰ উদ্দেশ্য হ'ল—যাতে আটাইবোৰ উপনিবেশেই একমুখে এই প্ৰস্তাৱৰ জবাব দিব পাৰে।

পেটন ৰেণ্ডল্‌ফৰ উপৰিও নগৰ-পৰিষদৰ সকলো সভ্যই ভাবিলে যে ভাৰ্জ্জিনিয়াৰ উত্তৰ ৰচনা কৰাৰ কাৰণে একমাত্ৰ যোগ্য-পুৰুষ টমাচ্ জেফাৰচন। তেওঁ বিখ্যাত “চামাৰি ভিউ” ৰচনা কৰিছিল। তেতিয়া তেওঁ অকল আইনজ্ঞ বুলিয়েই খ্যাতি লাভ কৰা নাছিল; ইংলণ্ড সম্পৰ্কে তেওঁৰ মনোভাব আছিল সম্পূৰ্ণ সুস্পষ্ট আৰু দ্বিধা-হীন। সেয়েহে ফিলাডেল্‌ফিয়াত ৰেণ্ডল্‌ফৰ ঠাইত তেওঁকেই সভাপতি মনোনীত কৰা হৈছিল। গতিকে কংগ্ৰেচৰ অধিবেশনত তেওঁ নিজৰ মতামত প্ৰকাশ কৰিবলৈ সুযোগ পাইছিল।

দ্বিতীয় সৰ্ব্ব-ঔপনিবেশিক কংগ্ৰেচ অধিবেশন ছসপ্তাহ জুৰি বহিছিল। আনুষ্ঠানিকভাৱে ঘোষণা কৰকেই বা নকৰক, ইংলণ্ডৰ লগত সেই সময়ত উপনিবেশবোৰৰ যুদ্ধই চলিছিল। অধিবেশন আৰম্ভ হোৱাৰ আগতেই মেচেচুচেট্‌চ্ ৰাজ্যৰ লেক্সিণ্টন নামৰ ঠাইত বৃটিচ সৈন্যবাহিনীৰ লগত স্থানীয় খেতিয়কসকলৰ সংঘৰ্ষহয়। আকৌ দ্বিতীয় কংগ্ৰেচৰ উদ্বোধনৰ দিনাই ইথান এলেনে তেওঁৰ গ্ৰীন মাউণ্টেনৰ ডেকা-বাহিনী লৈ টিকাণ্ডা-ৰোগাৰ দুৰ্গ আক্ৰমণ কৰি জয় কৰে। সেই জুন মাহত মেচেচুচেট্‌চ্ ৰাজ্যৰ বাঙ্কাৰ হিল নামে ঠাইত নিৰাপত্তা সমিতিৰ আহ্বানত ৰাৰ হেজাৰ আমেৰিকানেবৃটিচ সৈন্যৰ বিৰুদ্ধে যুদ্ধ কৰে।

ভাৰ্জিনিয়াৰপৰা ফিলাডেল্ফিয়া কংগ্ৰেচলৈ জেফাৰচনৰ লগত আৰু এজন প্ৰতিনিধি আহিছিল। তেওঁ ভাৰ্জিনিয়ান গণবাহিনীৰ অধিনায়ক কৰ্নেল জৰ্জ ৱাচিংটন। তেওঁ সামৰিক পোছাক পিন্ধি অধিবেশনত যোগ দিছিল। ৱাস্তাৰ হিল যুদ্ধৰপৰা বুজা গ'ল যে কংগ্ৰেচে ইংলণ্ডৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰা পথেই গ্ৰহণ কৰিব লাগিব। তেওঁক সমগ্ৰ ঔপনিবেশিক বাহিনীৰ সৰ্ব্ব-প্ৰধান সেনাপতিৰ পদত নিৰ্ব্বাচিত কৰা হ'ল।

জেফাৰচনৰ "চামাৰি ভিউ" কিতাপখন ইয়াৰ আগতে বহুতৰ কাৰণেই বিপ্লৱাত্মক আছিল, কিন্তু এতিয়া সেই অভিমত পৰিস্থিতিৰ সম্পূৰ্ণ উপযোগী হৈ পৰিল। গতিকে পাঁচ দিনৰ ভিতৰতে জেফাৰ-চনৰ ওপৰত এক গুৰুত্বপূৰ্ণ আৰু জটিল কামৰ ভাৰ দিয়া হ'ল। জেফাৰচন আৰু জ'ন ডিকিনচনক অস্ত্ৰ ধাৰণৰ কাৰণ ব্যাখ্যা কৰি এখন আবেদন ৰচনা কৰিবলৈ কোৱা হ'ল। ইয়াৰপৰা বুজা গ'ল যে শক্তিৰে শক্তিক প্ৰতিৰোধ কৰাৰ প্ৰয়োজনীয়তা কংগ্ৰেচে অৱশেষত উপলব্ধি কৰিলে। জেফাৰচনৰ দৰেই জ'ন ডিকিনচনও আইন আদি বিষয় ৰচনা কৰাত সিদ্ধহস্ত আছিল। এই বিষয়ৰ বাহিৰে তেওঁলোক দুয়োৰে আন কোনো বিষয়তে মিল নাছিল। ডিকিনচন আছিল খুব সাৱধানী আৰু ৰক্ষণশীল মনোভাবাপন্ন। ষাঁৰ-গৰুৰ আগত ৰঙা কাপোৰ জোকাৰিলে যেনেকৈ সি জঁপিয়াই উঠে, ঠিক তেনেকৈয়ে তেওঁ জেফাৰ-চনৰ প্ৰথম প্ৰস্তাৱটো দেখি চমকি উঠিছিল। এনেকুৱা প্ৰস্তাৱত তেওঁ কোনোমতেই সম্মতি দিব নোৱাৰে। তেওঁৰ ধাৰণা আছিল যে এই ভাৰ্জিনিয়াবাসীজনে উপনিবেশবোৰক কেৱল বিদ্ৰোহৰ পথলৈহে নিছে।

গতিকে ডিকিনচনে আকৌ কোমল ভাষাত সেই আবেদনটো লিখিলে। জেফাৰচনৰ শেষ চাৰিটা অনুচ্ছেদৰ তেওঁ কোনো পৰিবৰ্ত্তন নকৰিলে। কিন্তু কংগ্ৰেচৰ যিকিজন সদস্য কম-বেছি চৰম-পন্থী আছিল সেই দেশপ্ৰেমিক কিজনে জেফাৰচনৰ ভিতৰৰ মানুহ জনত, তেওঁলোকে বিচাৰি ফুৰা মানুহজনৰ সন্ধান পালে।

তেওঁলোকে দেখিলে, একমাত্র জেফাৰচনেহে তেওঁলোকৰ মনৰ কথা মাৰ্জ্জিত ভাষাত অথচ সকলোফালৰ প্ৰগতিশীল দৃষ্টিকোণৰপৰা উত্থাপিত কৰিব পাৰে। ডিকিন্‌চন্‌ৰ সাৱধানী নীতিৰপৰা কংগ্ৰেচে যিমানে আঁতৰি আহিল সিমানে জেফাৰচনৰ লিখনিৰ ওপৰত তেওঁলোক বেছি নিৰ্ভৰশীল হৈ পৰিল।

লৰ্ড নৰ্থৰ প্ৰস্তাৱৰ উত্তৰ দিয়া কংগ্ৰেচৰ আটাইতকৈ বেছি গুৰুত্ব-পূৰ্ণ কৰ্ত্তব্য বুলি বিবেচিত হ'ল। জেফাৰচনে ৰচনা কৰা উত্তৰটোৱেই ভাৰ্জিনিয়াৰ সৰ্ব্বশ্ৰেষ্ঠ উত্তৰ বুলি স্বীকৃত হ'ল। যেতিয়া এই বিষয়ে এখন সমিতি গঠন কৰা হ'ল জেফাৰচনৰ নাম, বেঞ্জামিন ফ্ৰেঙ্কলিন, জ'ন এডাম্‌চ্‌ আৰু ৰিচাৰ্ড হেন্‌ৰিৰ পিছতে আছিল। ফ্ৰেঙ্কলিনে আটাইতকৈ বেছি ভোট পাইছিল আৰু জেফাৰচনে তেওঁৰ পিছতে পাইছিল। এইকেইজনৰ লগতে জেফাৰচনো তেতিয়া সমস্ত উপনি-বেশৰ শ্ৰদ্ধাৰ পাত্ৰ হৈছিল।

লৰ্ড নৰ্থৰ প্ৰস্তাৱবোৰ অপমানজনক বিভ্ৰান্তিমূলক আৰু মীমাংসামূলক নহয় কাৰণে ঘৃণনীয়ভাৱে পৰিত্যাগ কৰা হ'ল। ইংলণ্ডে বাস্তৱত কৰ ধাৰ্য্য কৰক বা নকৰক; কৰ ধাৰ্য্য কৰা অধিকাৰটো কিন্তু কোনোদিনেই ত্যাগ কৰা নাছিল। ইয়াৰ উপৰিও ইংলণ্ডে উপনিবেশবোৰৰ ওপৰত বাণিজ্যকৰ ধাৰ্য্য কৰি আহিছে আৰু আন দেশৰ লগত বাণিজ্য কৰাৰ অনুমতি উপনিবেশবোৰক দিয়া নাই। বোষ্টন নগৰৰ ওপৰত অমানুষিক অত্যাচাৰ কৰিছে। ইংলণ্ডৰ কাৰ্য্যকলাপৰ বিৰুদ্ধে ভাৰ্জ্জিনিয়াৰ প্ৰকৃত বক্তব্যটো খুব মাৰ্জ্জিত আৰু ভদ্ৰ ভাষাত কংগ্ৰেচৰ সেই উত্তৰটোৰ মাজেদি প্ৰকাশিত হ'ল।

কংগ্ৰেচ অধিবেশন স্থগিত ৰাখাৰ পিছত প্ৰথম আগষ্টত জেফাৰচনে তেওঁৰ গাড়ীৰে ঘৰলৈ ৰাওনা কৰিলে। ঘৰ পাওঁতে তেওঁৰ দহদিন লাগিছিল। তেওঁৰ বন্ধু আৰু আত্মীয় জ'ন ৰেণ্ডল্‌ফৰ পৰা বিদায় লৈ জেফাৰচন আগবাঢ়িল। ৰেণ্ডল্‌ফ ইংলণ্ডলৈ গ'ল আৰু তাতে থাকিবলৈ ঠিক কৰিলে।

তেওঁ টৰী দলৰ সভ্য আছিল। সেই কাৰণেই তেওঁ ইংলণ্ডৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণাৰ ভয় প্ৰদৰ্শনমূলক প্ৰস্তাৱত সম্মতি দিব নোৱাৰিলে।

ইয়াৰ এমাহৰ পিছত জেফাৰচনৰ ডেৰ বছৰীয়া অতি হেপাহৰ কন্যাটিৰ মৃত্যু হয়।

চেপ্টেম্বৰ মাহত আকৌ কংগ্ৰেচৰ অধিবেশন বহিল। কিন্তু জেফাৰচন ফিলাডেলফিয়া আহি পাওঁতে কংগ্ৰেচৰ অধিবেশনৰ তিনি সপ্তাহ পাৰ হৈ গ'ল। সেই বছৰ ডিচেম্বৰ মাহত জেফাৰচন থাকোঁতেই কংগ্ৰেচে খবৰ পালে যে ইংলণ্ডৰ ৰজাই আমেৰিকাৰ উপনিবেশবোৰক বিদ্ৰোহী বুলি ঘোষণা কৰিছে আৰু ঔপনিবেশিকবোৰে স্বাধীন ৰাজ্য স্থাপনৰ চেষ্টা কৰিছে বুলি তেওঁলোকৰ বিৰুদ্ধে দোষাৰোপ কৰিছে। এনে এটা অৱস্থাত উপনীত হৈ ভাৰ্জিনিয়াৰ অসমাপ্ত কাম সমাপ্ত কৰিবৰ কাৰণে ১৭৭৫ চনৰ বৰদিনৰ পিছত জেফাৰচন দেশলৈ উভতি গ'ল।

জেফাৰচন আছিল সকলো যুগৰে সৰ্বশ্ৰেষ্ঠ গুপ্ত আন্দোলনকাৰী-সকলৰ ভিতৰত অন্যতম। নীৰৱে বিৰাট কৰ্ম্মীদল গঠনৰ অসাধাৰণ শক্তি তেওঁৰ আছিল। তেওঁ প্ৰতিপত্তিশালী বন্ধু-বান্ধৱ আৰু চিনাকি মানুহৰ লগত যুক্তিপূৰ্ণ ভাষাৰে কথা কৈ তেওঁলোকৰ মন জয় কৰিছিল। চিঠি-পত্ৰ ৰচনা তেওঁ দক্ষতাৰে কৰিব পাৰিছিল। ইতিমধ্যে তেওঁ খাৰ-বাৰুদ কিনিবৰ কাৰণে অৰ্থ সংগ্ৰহত আত্মনিয়োগ কৰিছিল। তেওঁ এইবোৰ কাম সুচাৰুৰূপে সম্পন্ন কৰিও জনৰক্ষা কমিটিৰ কাম-কাজ পৰিচালনা কৰিছিল। এই সময়তে তেওঁ আল্‌বিমাৰ্লে কাউণ্টিৰ গণবাহিনীৰ অধ্যক্ষ নিৰ্ব্বাচিত হ'ল। কিন্তু তেওঁৰ প্ৰধান কাম হ'ল সম্মিলিত উপনিবেশবোৰৰ পৰৱৰ্ত্তী কৰ্ত্তব্য পালনৰ কাৰণে ভাৰ্জিনিয়াক সাজু কৰি গঢ়ি তোলা।

১৭৭৬ চনৰ মে মাহত উপনিবেশবোৰৰ স্বাধীনতাৰ প্ৰশ্ন আলোচনা কৰিবৰ কাৰণে ভাৰ্জিনিয়াত এখন মহাসম্মিলন

আহ্বান কৰা হ'ল। জেফাৰচন আৰু তেওঁৰ দৰে আন আন কৰ্ম্মী-সকলৰ নীৰৱ সাধনাৰ সুফল ইমানদিনে সকলোৰে ওচৰত সুস্পষ্ট হৈ পৰিল। এই সম্মিলনত সকলোৱে একমত হৈ স্থিৰ কৰিলে যে ভাৰ্জিনিয়াৰ প্ৰতিনিধিসকলে স্বাধীন ৰাষ্ট্ৰ বুলি ঘোষণা কৰাৰ দাবী কৰিব। এই সময়ত উইলিয়াম্‌চ্‌বাৰ্গৰ চৰকাৰী ভৱনৰ ওপৰৰপৰা বৃটিচ পতাকা নমাই অনা হ'ল আৰু তাৰ পৰিৱৰ্ত্তে তেৰডাল ৰেখাৰে এখন পতাকা উত্তোলন কৰা হ'ল।

ভাৰ্জিনিয়াৰ নগৰ-পৰিষদক এই বিষয়ত সম্পূৰ্ণ একমত দেখি জেফাৰচন নিচিন্ত হ'ল আৰু অলপো দেৰি নকৰি ফিলাডেল্‌ফিয়ালৈ ৰাওণা কৰিলে। ভাৰ্জিনিয়া সম্বন্ধে তেওঁৰ আৰু কোনো চিন্তা নাই। তেওঁলোক সকলোৱেই এতিয়া জ'ন এডামচ্‌, পেট্ৰিক হেন্‌ৰি আৰু টমাচ্‌ জেফাৰচনৰ আদৰ্শত অনুপ্ৰাণিত হৈছে। এওঁলোক সকলোৱেই "চামাৰি ভিউ"তকৈও বেছি সাৰগৰ্ভ জেফাৰ-চনৰ আন এখন কিতাপ পঢ়িছিল। আমেৰিকাৰ কম পঢ়াশুনা জনা সাধাৰণ মানুহেও এই কিতাপখন পঢ়িছিল।

বেঞ্জামিন ফ্ৰেঙ্কলিন যেতিয়া লণ্ডনত আছিল তেতিয়া টমাচ্‌ পেইনৰ লগত তেওঁৰ পৰিচয় হয়। ফ্ৰেঙ্কলিনে বহুত বুজাই-বঢ়াই টমাচ্‌ পেইনক অফুৰন্ত 'সুযোগ-সুবিধাৰ দেশ' আমেৰিকালৈ লৈ আহিল। আমেৰিকালৈ অহাৰ এবছৰৰ পিছতে টমাচ্‌ পেইনে 'কমনচেন্স' কিতাপখন প্ৰকাশ কৰে। তেতিয়া আছিল ১৭৭৬ চনৰ জানুৱাৰী মাহ। কিতাপখনৰ ভাষা সহজ আৰু সুস্পষ্ট আছিল। ইয়াৰ পিছত জুন মাহৰ শেষৰ পিনে ভাৰ্জিনিয়াৰ প্ৰতিনিধি-সকলে নিৰ্দ্দিষ্টভাৱে নিখিল ঔপনিবেশিক কংগ্ৰেচৰ অধিবেশনত এটা প্ৰস্তাৱ উত্থাপন কৰিলে। প্ৰস্তাৱত এক ঘোষণাপত্ৰ ৰচনাৰ কথা কোৱা হ'ল। এই ঘোষণাপত্ৰত লিখা আছিল, 'ইয়াত লগলগা উপনিবেশবোৰে মুক্ত আৰু স্বাধীন হবৰ কাৰণে সঙ্ঘবদ্ধ হব। মেচাচুচেট্‌চৰ জ'ন এডাম্‌চে প্ৰস্তাৱটো সমৰ্থন কৰিলে।

ইয়াৰ পিছত আৰম্ভ হ'ল এক বিৰাট বিতর্ক আৰু সেই বিতর্কৰ-পৰা স্পষ্টভাৱে বুজিব পৰা গ'ল যে আমেৰিকাৰ স্বাধীনতাৰ অধিকাৰ আনকি, আমেৰিকা যে তেতিয়াই সম্পূর্ণ স্বাধীন এইকথা কোনেও অস্বীকাৰ কৰা নাই। কংগ্রেচে সেই সময়ত ইংলণ্ডৰ বিৰুদ্ধে এখন সফল যুদ্ধ পৰিচালনা কৰা নাছিল জানো ?

তেতিয়াও আটাইবোৰ উপনিবেশ সমানভাবে যুদ্ধৰ কাৰণে প্ৰস্তুত হোৱা নাছিল। আমেৰিকাৰ মাজৰ উপনিবেশবোৰ যেনে, নিউইয়র্ক, নিউ-জার্চি, পেন্সিল্‌ভেনিয়া, ডেলাৱাৰ, মেৰীলেণ্ড আৰু দক্ষিণ কেৰোলিনা তেতিয়াও জেফাৰচনৰ ভাষাত কবলৈ গলে 'ডিকিনচনৰ ঘৰৰ' ধাৰণা লৈয়ে চলিছিল। কিন্তু উপনিবেশবোৰৰ মুক্তিৰ অধিকাৰ ঘোষণাৰ দাবী জনাই সাধাৰণ নৰনাৰী ইমান উত্ৰাৱল হৈ উঠিছিল যে কংগ্রেচৰ পক্ষে অনতিপলমে স্বাধীনতাৰ ঘোষণাপত্র ৰচনাৰ কামত হাত দিয়াৰ বাহিৰে আন উপায় নাছিল। অৱশ্যে এই কথা স্থিৰ কৰা হ'ল যে উপনিবেশবোৰ পৰস্পৰ সমান নোহোৱালৈকে অপেক্ষা কৰা হব।

অলপো সময় নষ্ট নকৰাকৈ ঘোষণা-পত্ৰখন ৰচনা কৰিবলৈ এখন কমিটি নির্ব্বাচিত কৰা হ'ল। তাৰ সভ্য হ'ল জ'ন এডাম্‌চ, বেঞ্জামিন ফ্রেঙ্কলিন, ৰজাৰ শার্মেন, ৰবার্ট লিভিংষ্টন আৰু টমাচ জেফাৰচন। এওঁলোকৰ ভিতৰত আচল দায়িত্ব পৰিল আইন-অভিজ্ঞ জেফাৰচনৰ ওপৰত।

এই সময়ত জেফাৰচনে মনতে ভাবিছিল যদি তেওঁ ভার্জিনিয়া আৰু ফিলাডেল্‌ফিয়া দুইখন ঠাইতে থাকিব পাৰিলহেঁতেন। কংগ্রেচে নিশ্চয় স্বাধীনতা ঘোষণা কৰিব বুলিয়েই ভার্জিনিয়াই নতুন সংবিধান প্রণয়নৰ সিদ্ধান্ত কৰিছিল। কিন্তু এইদৰে এক ঐতিহাসিক মুহূর্ত্তত তেওঁ ফিলাডেল্‌ফিয়া এৰি যাব নোৱাৰিলে। ভার্জিনিয়াৰ প্ৰতিনিধি-কেইজনমান দেশলৈ উভতি আহিছিল। এওঁলোকৰ ভিতৰত তেওঁৰ পুৰণা বন্ধু আৰু শিক্ষক জর্জ ৱাইড আছিল। জেফাৰচনে ভার্জিনিয়াৰ

কাৰণে লবালবিকৈ এখন সংৱিধান প্ৰণয়ন কৰি জৰ্জ ৱাইডলৈ পঠিয়াই দিলে।

জৰ্জ ৱাইডে উইলিয়াম্‌চবাৰ্গ পাই দেখিলে, মাত্ৰ কেইদিনমানৰ আগতে ভাৰ্জিনিয়াৰ সংবিধান ৰচিত হৈ গ'ল। জেমচ্ মেডিচন আৰু জৰ্জ মেচানে ইয়াৰ মূল ৰচনা কৰিছিল। তেওঁলোকে জেফাৰ-চনে লিখা মুখবন্ধটো ইয়াৰ ভূমিকা স্বৰূপে ৰাখিলে। জেফাৰচনে এই মুখবন্ধটো সদৌ ঔপনিবেশিক কংগ্ৰেচৰ স্বাধীনতাৰ ঘোষণাপত্ৰৰ কাৰণে লিখিছিল। জেফাৰচনে বিশ্বসাহিত্যৰ ইতিহাসৰ এখন শ্ৰেষ্ঠ গ্ৰন্থ ৰচনা কৰাৰ কামত মনোনিবেশ কৰিছিল। কেতিয়াবা তেওঁ এই ৰচনাখনক কোনো ঠাইত সংক্ষিপ্ত কৰিছিল, কেতিয়াবা মাৰ্জ্জিত আৰু কেতিয়াবা সংযত কৰিছিল। কেতিয়াবা এডাম্‌চৰ আৰু কেতিয়াবা ফ্ৰেঙ্কলিনৰ অভিমতো ৰচনাৰ অন্তৰ্ভুক্ত কৰা হৈছিল। অৱশেষত ঘোষণা-পত্ৰখন কংগ্ৰেচৰ অধিবেশনত উত্থাপন কৰা হ'ল।

১৭৭৬ চনৰ ৪ জুলাই তাৰিখে নিখিল ঔপনিবেশিক কংগ্ৰেচত স্বাধীনতাৰ ঘোষণাপত্ৰটো গ্ৰহণ কৰিলে। ঘোষণাপত্ৰৰ বেছিভাগেই উপনিবেশবোৰৰ ওপৰত ইংলণ্ডৰ ৰজা আৰু চৰকাৰৰ অন্যায় অত্যাচাৰবোৰৰ সম্পূৰ্ণ বিবৰণ লিখা আছিল। কিন্তু ইয়াৰ কেইটামান অনুচ্ছেদ আছিল বৰ গুৰুত্বপূৰ্ণ। ইয়াৰ ভিতৰত এটি তত্ত্ব সন্নিবেশিত হৈছিল যে, যদি কোনো চৰকাৰে কৰ্ত্তব্য সাধন নকৰে আৰু জাতিৰ কাৰণে অনুপযোগী হয় তেনেহলে তেনে অৱস্থাত সেই চৰকাৰক পৰিবৰ্ত্তন কৰাৰ অধিকাৰ সেই জাতিৰ আছে।

ঘোষণাৰ এই অংশটোৱে কেৱল ৰাজদ্ৰোহীতাই প্ৰদৰ্শণ কৰা নাছিল, প্ৰচলিত ধৰ্ম্মবিশ্বাসৰ বিৰুদ্ধতাও কৰিছিল। ইংলণ্ডৰ বুৰঞ্জীত কিমান ৰজাৰ পৰিৱৰ্ত্তন হৈছে, কিমান ৰজাই যুদ্ধ বিগ্ৰহৰ যোগেদি নিজক প্ৰতিষ্ঠিত কৰিছে, তথাপিও জাতিৰ বিশ্বাস আছিল যে ৰজা ভগৱানৰ প্ৰতিনিধি, ৰজাৰ ক্ষমতা ঈশ্বৰ-প্ৰদত্ত, গতিকে মানুহে তেওঁক মানিব লাগিব। কিন্তু যুক্তৰাজ্যৰ

স্বাধীনতাৰ ঘোষণাপত্ৰই প্ৰথম প্ৰচাৰ কৰিলে যে প্ৰজাৰপৰা কেৱল আনুগত্য আদায় কৰাই ৰজাৰ বা চৰকাৰৰ লক্ষ্য হ'ব নোৱাৰে। তেওঁৰ লক্ষ্য হ'ব লাগিব প্ৰজাৰ জীৱন, স্বাধীনতা আৰু সুখৰ কাৰণে সকলো দুৰ্ঘোৰ অৱস্থাৰপৰা তাক ৰক্ষা কৰা। যদি কোনো চৰকাৰে এই অধিকাৰবোৰ ৰক্ষা কৰিব নোৱাৰে, তেনেহ'লে সেই চৰকাৰে কোনো প্ৰজাৰ সমৰ্থন দাবী কৰিব নোৱাৰে। সেই চৰকাৰ নিজেই অপৰাধী। সেই কাৰণেই ৰজা জৰ্জৰ চৰকাৰক সমগ্ৰ বিশ্বৰ ওচৰত স্বেচ্ছাচাৰী প্ৰতিপন্ন কৰিবৰ বাবে অন্যায় আৰু অত্যাচাৰৰ এখন সুদীৰ্ঘ তালিকা ঘোষণাপত্ৰত সংযোজিত কৰা হৈছিল। আৰু অৱশেষত ঘোষণা কৰা হৈছিল যে ঔপনিবেশিকসকলক শাসন কৰাৰ সন্মতি তেওঁলোকে প্ৰত্যাহাৰ কৰিলে। ই যেন তেওঁলোকৰ ঈশ্বৰ-প্ৰদত্ত অধিকাৰৰ এক নতুন তত্ত্ব।

'সৃষ্টিকৰ্ত্তাই সকলো মানুহকে সমানে সৃষ্টি কৰিছে'—এই কথাষাৰৰ আচল অৰ্থ উপৰোক্ত নীতিলৈ লক্ষ্য ৰাখি কৰা উচিত। বহুতেই হয়তো ক'ব যে সকলো মানুহ সমানে ওখ বা তেওঁলোক সকলোৰে বুদ্ধি সমান হ'ব পাৰে নে? মানুহৰ ভিতৰত কোনোবাই হয়তো বেছি শক্তিশালী আৰু কোনোবাজন হয়তো বেছি জ্ঞানী নহয় জানো? কিন্তু সেই সময়ৰ শ্ৰেষ্ঠ পণ্ডিত বুলি বিবেচিত হোৱা জেফাৰচনে অৱশ্যে এই কথা কোৱা নাই। তেওঁৰ কথাৰ মৰ্ম্ম হ'ল যে যেনেকৈ চৰকাৰে সকলো প্ৰজাক সমানভাৱে শাসন কৰে তেনেকৈ চৰকাৰেও প্ৰজাবৰ্গৰপৰা সমভাৱে তেওঁলোকৰ শাসনাধিকাৰ পাই থাকে। যদি তোমাৰ আৰু মোৰ কৰ্ত্তব্য একেই হয়, একে আইনকে মানি চলিব লাগে, তেনেহ'লে আমাৰ অধিকাৰ আৰু সা-সুবিধাবোৰো সমান হ'ব লাগে। আৰু সেইবোৰৰ ভিতৰত শ্ৰেষ্ঠ কথা হ'ল—জীৱন-ধাৰণৰ অধিকাৰ, স্বাধীনতাৰ অধিকাৰ আৰু সুখানুসৰণৰ অধিকাৰ।

# অষ্টম অধ্যায়

## অন্তৰ্বিপ্লৱ

আমেৰিকাৰ উপনিবেশবোৰে জেফাৰচনৰ ঘোষণাপত্ৰত চহী কৰিলে। ইয়াৰ অৰ্থ হ'ল যে তেওঁলোকে গ্ৰেট-ব্ৰিটেনৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছে। ইফালে ইংলণ্ডই বিদ্ৰোহ দমন কৰিবলৈ দৃঢ় সঙ্কল্প কৰিলে। সেয়েহে এই বিপ্লৱ যুদ্ধত পৰিণত হ'ল। এই বিপ্লৱক বহিৰ্বিপ্লৱ বুলিব পাৰি। ইয়াৰ নেতা আছিল জৰ্জ ৱাচিংটন।

আনহাতেদি স্বাধীনতাৰ ঘোষণাপত্ৰখনে সকলো যুগৰ সকলো মানুহৰ অধিকাৰৰ কথা ঘোষণা কৰিছে। সেই অধিকাৰ কোনো চৰকাৰে কাঢ়ি নিব নোৱাৰে। সেই ঘোষণাপত্ৰখনত চৰকাৰৰ যি নতুন সংজ্ঞা দিয়া হ'ল সেই সংজ্ঞা ইয়াৰ আগতে পৃথিৱীৰ সভ্যজগতে ক'তো দেখা নাই। ইয়াত এনে কিছুমান উক্তি আছিল যে সেইবোৰৰ সহায়ত ইউৰোপৰ প্ৰত্যেক দেশৰ বিদ্ৰোহক ন্যায়সঙ্গত বুলি সমৰ্থন কৰিব পাৰি। এই মতবাদে সমস্ত চিন্তাশীল মানুহৰ মনোজগতত এটা বিৰাট বিপ্লৱ আনিবৰ চেষ্টা কৰিছিল। এই বিপ্লৱক অন্তৰ-জগতৰ বিপ্লৱ বুলিব পাৰি। বেঞ্জামিন ফ্ৰেঙ্ক্‌লিন, টমাচ পেইন আৰু টমাচ জেফাৰচনৰ নিচিনা মনীষী এই বিপ্লৱৰ নেতা আছিল। মানুহৰ চিন্তাধাৰালৈ বিপ্লৱ অনাই আছিল জেফাৰচনৰ জীৱনব্যাপী সাধনা।

নিখিল ঔপনিবেশিক কংগ্ৰেচৰ মহান দায়িত্ব শেষ হৈছে। এইবাৰ জেফাৰচনৰ দৃষ্টি ভাৰ্জিনিয়াৰ ফালে পৰিল। তেওঁ কংগ্ৰেচলৈ পুনৰ নিৰ্ব্বাচিত হবলৈ অস্বীকাৰ কৰিলে। জৰ্জ ৱাইডেও জেফাৰচনৰ

উদাহৰণকে অনুসৰণ কৰিলে। তুয়োজনেই ঘোঁৰাত উঠি নিজৰ দেশলৈ ৰাওণা হ'ল। ইফালে ভাৰ্জিনিয়া এখন স্বাধীন ৰাজ্য হৈছে। আইন-বোৰ আকৌ নতুন কৰি লিখিব লাগিব। ইতিমধ্যে পেট্ৰিক হেন্ৰি ভাৰ্জিনিয়াৰ প্ৰথম গভৰ্ণৰ নিৰ্ব্বাচিত হৈছিল। ৰজাৰ আমোলত নগৰ-পৰিষদত কোনো দেশৰ কোনো আইন-কানুনৰ অৱাশুকমতে সংশোধন কৰা সম্ভৱ নাছিল। বৰ্ত্তমান নগৰ-পৰিষদৰ নাম 'হাউচ অব্ বাৰ্জেচেচ'ৰ ঠাইত 'হাউচ অব্ ডেলিগেট্' দিয়া হ'ল। কিন্তু আজি এই বিপ্লৱৰ দিনত মানুহৰ বাধামুক্ত মনে যিকোনো পৰিবৰ্ত্তন গ্ৰহণ কৰিবলৈ প্ৰস্তুত আছিল। নিজক এজন নায়কৰ পদত অভিষিক্ত কৰিবলৈ জেফাৰচনৰ ইচ্ছা নাছিল। তেওঁৰ ইচ্ছা আছিল যে জন-সাঁধাৰণৰ হাতলৈ শক্তি আহক আৰু তেওঁলোক স্বাধীন, স্বাৱলম্বী আৰু আনন্দময় হৈ উঠক। 'বিশ্ববাসীৰ শ্ৰদ্ধা' অৰ্জ্জনৰ যি আকাঙ্ক্ষা তেওঁ পোষণ কৰিছিল সেইটো এক স্বাধীন জাতিৰ কৃতজ্ঞতা মাথোন।

জেফাৰচনে গোটেই দেশৰ আইন-কানুনতকৈও ভাৰ্জিনিয়াৰ আইন-কানুন সম্পৰ্কে বেছি আগ্ৰহান্বিত আছিল। জেফাৰচনৰ এনে মনোভাব দেখি বহুতেই আচৰিত হব পাৰে, কিন্তু আচৰিত হ'লে নহয়, কাৰণ তেতিয়াও তেৰখন উপনিবেশ এটা জাতি হিচাপে এক মনে-প্ৰাণে গঢ়ি উঠা নাই। আনকি নিখিল ঔপনিবেশিক কংগ্ৰেচেও সকলো উপনিবেশৰ আইন প্ৰণয়নৰ কাৰণে যত্নৱান হোৱা নাছিল। ভাৰ্জিনিয়ালৈ উভতি অহাৰ কেইমাহমানৰ পিছত জেফাৰচনে শুনিলে যে চাইলাচ ডিন্ আৰু বেঞ্জামিন ফ্ৰেঙ্ক্লিনৰ লগত ফ্ৰান্সলৈ গৈ সেই দেশৰ লগত বন্ধুত্ব আৰু বাণিজ্যৰ চুক্তিপত্ৰ সম্পাদন কৰি আহিবৰ কাৰণে কংগ্ৰেচে তেওঁক নিৰ্ব্বাচিত কৰিছিল। বহুত দিনৰ-পৰাই জেফাৰচনে এবাৰ বিদেশলৈ গৈ ঘুৰি আহিবৰ হেপাহ কৰিছিল।

সেইকাৰণে এই খবৰটো লৈ যিজন পত্ৰবাহক আহিল তেওঁক

তিনি দিন তেওঁৰ লগত ৰাখিলে। বহুত ভাবি-চিন্তি চাই তেওঁ পত্ৰবাহকক জনাই দিলে যে তেওঁৰ যোৱা নহব। তেওঁৰ পত্নী তেতিয়া খুব অসুস্থ। এনেসময়ত তেওঁ ঘৰ এৰি সাগৰ পাৰ হৈ যোৱা সমীচীন নহব। ইয়াৰ উপৰিও তেতিয়াই ভাৰ্জিনিয়াৰ আইন-কানুন সংস্কাৰৰ সংগ্ৰাম মাথোঁ আৰম্ভ হৈছিল।

আইন বিধিবদ্ধ কৰাৰ বিষয়ে এক বিৰাট পৰিবৰ্ত্তন আনিবৰ যি পৰিকল্পনা জেফাৰচনৰ মনত আছিল সেই কাম অৱশ্যে অকল তেওঁৰ পক্ষে সম্ভৱ নাছিল। এই কামৰ কাৰণে বন্ধু-বান্ধৱ, সমৰ্থক, শিক্ষক আৰু অনুগামীসকলৰ সাহায্যৰ প্ৰয়োজন। জেফাৰচনৰ জীৱনৰ এটা বিশেষ আনন্দৰ বিষয় আছিল—জৰ্জ ৱাইডৰ লগত তেওঁৰ বন্ধুত্ব। জৰ্জ ৱাইডে তেওঁৰ প্ৰাক্তন শিষ্যক আদৰ্শ-চৰিত্ৰ বুলি গণ্য কৰিছিল।

ধৈৰ্য্য আৰু কুশলতা, যি দুটা গুণৰ কাৰণে জেফাৰচনে বাহিৰৰ কৰ্ম্মক্ষেত্ৰত কৃতকাৰ্য্য হৈছিল, জৰ্জ ৱাইডৰ সেই দুটা গুণৰ অভাৱ আছিল। তেওঁ কোনো সমিতিৰ বৈঠকত বিৰোধী মতামত সম্পৰ্কে তেওঁৰ বিৰক্তি প্ৰচ্ছন্ন ৰাখিব পৰা নাছিল। জেফাৰচনৰ আন এজন বন্ধু আৰু ভাৰ্জিনিয়াৰ সংবিধান প্ৰণেতা জৰ্জ মেচন ভদ্ৰতাবোধৰ ফালৰপৰা ৱাইডৰ দৰেই আছিল, কিন্তু তেওঁ ৱাইডতকৈ বেছি সামাজিক আছিল। দেখিবলৈ তেওঁ বৰ ধুনীয়া আছিল আৰু বল-নাচত সকলোকে মুগ্ধ কৰিব পাৰিছিল। জেফাৰচনে মেচনে লিখা ভাৰ্জিনিয়াৰ সংবিধানৰ অন্তৰ্ভুক্ত অধিকাৰবোৰৰ চনদখন, স্বাধীনতাৰ ঘোষণাপত্ৰ ৰচনা কৰা সময়ছোৱাত আদৰ্শ হিচাপে লৈছিল।

জৰ্জ মেচনে এদল দৃঢ়-প্ৰতিজ্ঞ বিপ্লৱীক বিপ্লৱৰ আহুতিৰূপে গ্ৰহণ কৰিছিল। তেওঁলোকে অশেষ দক্ষতাৰে বিপ্লৱৰ বাণী প্ৰচাৰ কৰিছিল। বিপ্লৱী তৰুণসকলে অভিজ্ঞতা-সমৃদ্ধ প্ৰৱীণসকলৰ নিৰ্দ্দেশ পালন কৰিছিল। জেফাৰচন আৰু তেওঁৰ লগৰীয়াসকলক দেখি এজন আদৰ্শবান যুৱক আকৃষ্ট হ'ল। এওঁৰ নাম হ'ল জেম্চ্

মেডিচন, বয়স পঁচিশ বছৰ। কতৃতাত বা ৰচনাত তেওঁৰ প্ৰখৰতা নেথাকিলেও মেডিচন আছিল অক্লান্ত কৰ্মী আৰু ধৈৰ্য্যশীল।

জেফাৰচন, ৱাইড, মেচন আৰু মেডিচন এওঁলোকেই আছিল ভাৰ্জিনিয়াৰ আইন-কানুনসমূহৰ সংস্কাৰ সাধনৰ আন্দোলনৰ গুৰিত। পেট্ৰিক হেন্‌ৰি বা আন আন মানুহে মাজে-সময়ে যোগদান কৰিছিল, কিন্তু এওঁলোক চাৰিজনে এখন গণতান্ত্ৰিক দেশ গঢ়ি তুলিবৰ কাৰণেই সদায় কাম কৰিছিল। দেশ স্বাধীন হলেও তাৰ অধিবাসীবোৰ হয়তো তাত পৰাধীনৰ দৰেই জীৱনধাৰণ কৰিব লাগিব। তেওঁলোকে এনে এটা গণতান্ত্ৰিক গভৰ্নমেণ্ট গঠন কৰিবলৈ ইচ্ছা কৰে যিটো ইউৰোপতো সৃষ্টি হোৱা নাই। দেশৰ অধিবাসীয়েই তেওঁলোকৰ জীৱনধাৰণৰ অধিকাৰ, স্বাধীনতাৰ অধিকাৰ আৰু সুখৰ অধিকাৰ ৰক্ষাৰ কাৰণে কি পদ্ধতি উপযোগী, তাক বিচাৰ কৰিব পাৰিব।

ইংলণ্ডত তেতিয়া যি চৰকাৰে শাসন কৰিছিল সেই চৰকাৰক অভিজাততন্ত্ৰ বুলিব পাৰি। মাটিৰ ওপৰত এই অভিজাত সম্প্ৰদায়ৰ একচ্ছত্ৰ অধিকাৰ আছিল। তেওঁলোক শক্তি, সম্পদ আৰু মৰ্য্যাদাৰ অধিকাৰী আছিল। এই আভিজাত্য বজাই ৰাখিবৰ কাৰণে অভিজাত ব্যক্তিৰ সম্পত্তি আৰু পদৱী তেওঁৰ বৰপুতেকে লাভ কৰিছিল। বাকীবোৰ পুতেকে বেলেগ ব্যৱস্থা কৰি লব। ঔপনিবেশিক-সকলে যেতিয়া সৰ্ব্বপ্ৰথমে ভাৰ্জিনিয়ালৈ আহিছিল তেওঁলোকেও তেতিয়া ইংলণ্ডৰ এই নিয়ম মানি চলিছিল। এনে কৰাটো তেওঁ-লোকৰ পক্ষে অৱশ্যে স্বাভাৱিক আছিল। সেই সময়ত ইয়াত মাটি প্ৰায় বিনামূল্যেই পোৱা গৈছিল। ঔপনিবেশিকসকলে জোৱাৰ দেশলৈ আহি পাম পাতিছিল। যি টৰীদলে এই বিদ্ৰোহৰ বিৰুদ্ধে থিয় দিছিল তেওঁলোক এই জাতীয় ভূম্যধিকাৰী সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত আছিল। জেফাৰচনে দেখিলে এই সম্প্ৰদায়ৰ সমস্ত শক্তি নিহিত

আছিল এই আইনৰ ভিতৰত আৰু আইনে তেওঁলোকৰ এই নিয়ম ৰক্ষা কৰি আহিছে। তেওঁৰ মতে আমেৰিকা যদি কিছুমান বলিষ্ঠ স্বাৱলম্বী কৃষকৰ আবাসভূমি হয় আৰু তেওঁলোকেই দেশ শাসন কৰে তাতো তেওঁৰ আপত্তি নাই। অৱশ্যে এই ঠাইৰ খাট-পামবোৰ বৰ বেছি ডাঙৰ নহব আৰু ইয়াত কাম কৰিবলৈ ক্ৰীতদাসৰ প্ৰয়োজন নহবও পাৰে। তাবোপৰি তেওঁ এই উত্তৰাধিকাৰৰ আইনখন অসঙ্গত বুলি ভাবিছিল।

সেইদিনৰ নিয়ম অনুসৰি উইল নকৰি যদি কোনো মানুহ মৰে তেনেহলে তেওঁৰ সকলো সম্পত্তি ৰৰপুতেকে পাইছিল। এই আইনৰ নাম হ'ল 'ল অব্ প্ৰাইমোজেনিচাৰ'। আনকি জ্যেষ্ঠ পুতেকে দেউতাকৰ সম্পত্তিৰ অধিকাৰী হলেও নিজৰ কোনো ভায়েকক ইচ্ছা কৰিও একো দিব নোৱাৰে। ইয়াৰ কাৰণ হ'ল যে সম্পত্তি সদায় অবিভক্ত হৈ থাকিব লাগিব। সেয়েহে বৰ-পুত্ৰই এই অধিকাৰ বংশানুক্ৰমে অক্ষুন্ন ৰাখি থাকিব লাগে।

জ্যেষ্ঠপুত্ৰই যি ভাগকণেই পাওক সেই কণকে তেওঁ বৰ-পুত্ৰৰ হাতত দি যাব লাগিব। ভাৰ্জিনিয়াবাসীসকলে অৱশ্যে ইংৰাজ-সকলতকৈ এখোজ আগুৱাই গৈছিল। কাৰণ ভূ-সম্পত্তিৰ লগতে নিগ্ৰো দাস-প্ৰথাও উত্তৰাধিকাৰ সূত্ৰে পোৱাৰ ব্যৱস্থা কৰিছিল। আৰু ভূসম্পত্তি বৃদ্ধি হোৱাৰ লগে লগে পৰিয়ালৰ দাসৰ সংখ্যাও আগতকৈ বাঢ়িলে। বৰ-পুত্ৰৰ উত্তৰাধিকাৰ সম্বন্ধীয় আৰু উইলৰ যোগেদি চিৰকাল সম্পত্তি অবিভক্ত কৰি ৰাখিবৰ ব্যৱস্থা সম্বন্ধীয় বিশেষ আইন দুখনক উচ্ছেদ কৰিবলৈ যাওঁতে জেফাৰচন প্ৰবল বিৰোধিতাৰ সন্মুখীন হবলগা হৈছিল। এই আইন উচ্ছেদৰ প্ৰস্তাৱ মিঃ পেণ্ডেলটনে কৰিছিল। এওঁ অৱশ্যে শেষত ইংলণ্ডৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। তেওঁ কিন্তু পুৰণি নীতি-নিয়মকে খামোচ মাৰি ধৰি আছিল। জেফাৰচনৰ যেতিয়া কোনো প্ৰস্তাৱ গৃহীত হবৰ হয় ঠিক সেই সময়তে পেণ্ডেলটনে এনে এটা সংশোধনী প্ৰস্তাৱ

উত্থাপন কৰিব যে প্ৰস্তাৱৰ আচল অৰ্থই বিকৃত হৈ যায়। চৰমপন্থী দলে তেওঁক 'কোমল পন্থী' পেণ্ডেলটন বুলিছিল। কিন্তু জেফাৰচনো পেণ্ডেলটনতকৈ কম ধৈৰ্য্যশীল নাছিল। শেষত তেওঁৰ প্ৰস্তাৱ আইনত পৰিণত হয়। ইয়াৰ পিছত কোনো মানুহ উইল নকৰাকৈ মৰিলে তেওঁৰ সম্পত্তি সন্তানসকলৰ মাজত সমানে ভাগ হ'ব।

জেফাৰচনৰ ইয়াৰ পিছৰ কাম হ'ল বিদেশীক নাগৰিকৰ অধিকাৰ দিয়া। তেওঁ প্ৰস্তাৱ কৰিলে যে যি কোনো বিদেশী ভাৰ্জিনিয়াত দুবছৰ থাকিলে আৰু আদালতত তেওঁৰ এই দেশত থকাৰ ইচ্ছা প্ৰকাশ কৰিলেই তেওঁ নাগৰিক অধিকাৰ লাভ কৰিব পাৰিব, তেওঁৰ লগতে তেওঁৰ পত্নী আৰু নাবালক সন্তানেও নাগৰিক অধিকাৰ লাভ কৰিব। পিতৃ-মাতৃহীন শিশুবোৰে ভাৰ্জিনিয়ালৈ আহি ডাঙৰ হোৱাৰ লগে লগেই তাৰ নাগৰিকসকলৰ অধিকাৰ লাভ কৰিব। এওঁলোকে কোনো বিশেষ আইনৰ নিৰ্দ্দিষ্ট অনুষ্ঠানৰ যোগেদি যাব নেলাগে।

ইউৰোপৰপৰা খেদাখোৱা মানুহক আমেৰিকাই সদাই আশ্ৰয় দি আহিছে। আমেৰিকাই যাতে এই উদাৰ-নীতি চিৰকাল বজায় ৰাখিব পাৰে জেফাৰচনে সেই ব্যৱস্থাই কৰিব খুজিছিল। প্ৰস্তাৱটো সহজেই গৃহীত হ'ল।

ইয়াৰ পিছৰ অভিযানত জেফাৰচন সহজে কৃতকাৰ্য্য হ'ব পৰা নাছিল। এইবাৰ জেফাৰচনে ধৰ্ম্মৰ স্বাধীনতা প্ৰতিষ্ঠা কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হ'ল। কিন্তু তেওঁৰ এই পৰিকল্পনাটো সেইদিনৰ কাৰণে ইমান উন্নত আৰু অভিনৱ আছিল যে বহুতৰ কাৰণেই প্ৰচলিত ধৰ্ম্মৰ এই বিৰোধিতা বেদনাদায়ক বুলি প্ৰতিভাত হৈছিল।

প্ৰায় প্ৰত্যেকখন উপনিবেশেই দৰাচলতে ধৰ্ম্মৰ ক্ষেত্ৰত উদাৰ-নীতি অৱলম্বন কৰিছিল অৰ্থাৎ দেশৰ অধিবাসীসকলে তেওঁলোকৰ ইচ্ছামতে যি কোনো ধৰ্ম্মমত গ্ৰহণ কৰিব পাৰিছিল আৰু ইয়াৰ কাৰণে তেওঁলোকক দোষী সাব্যস্ত কৰা নহৈছিল। তেওঁলোকে নিজৰ

গির্জাত ইচ্ছামতে উপাসনা কৰিব পাৰিছিল। অৱশ্যে ধৰ্মীয় স্বাধীনতা বুলিলে যি বুজা যায় সেইটো নাছিল। কিন্তু ভাৰ্জিনিয়াত ধৰ্মাচৰণৰ ক্ষেত্ৰত অলপো সহনশীলতা নাছিল। দক্ষিণাঞ্চলবাসীবোৰ পিউৰিটান নাছিল, তেওঁলোক 'চাৰ্চ অব্ ইংলণ্ডৰ অনুগামী আছিল, এওঁলোকৰ দেওবাৰে গিৰ্জাত উপস্থিত হোৱাৰ বিষয়ে অলপ অলপ কঠোৰ নিয়মাৱলী আছিল কিন্তু গিৰ্জাৰ চুটি উপাসনাৰ সময়কণ অতিবাহিত হৈ গ'লে দিনৰ বাকী সময়ছোৱাত ইচ্ছামতে কাম কৰিবলৈ কোনো বাধা নাছিল।

কিন্তু কোনো প্ৰতিষ্ঠিত ধৰ্মৰ অন্তৰ্ভুক্ত নথকা কথাটো বিপদজনক আছিল। এনে কৰিলে সমাজৰ বিধান অনুযায়ী দণ্ডভোগ কৰিব লাগিছিল। ভাৰ্জিনিয়াৰ অধিবাসীসকলৰ ভিতৰত মাত্ৰ অৰ্দ্ধাংশ আছিল প্ৰচলিত গিৰ্জাৰ অধীনত। ইয়াৰ উপৰিও বিয়া-বাক কাৰ্য্যত বিধি অনুযায়ী বিবাহত এপিস্কোপেলিয়ান ধৰ্ম্মযাজকৰ সহায় আৱশ্যক হৈছিল।

জেফাৰচনে কৈছিল যে তেওঁৰ ওচৰ-চুবুৰীয়াবোৰ যদি খুব বেছি আস্তিক বা নাস্তিক হয় তাত তেওঁৰ অকণো লাভ-লোকচান নাই। তেওঁলোকে ভগৱান বিশ্বাস কৰক বা নকৰক সেই বিষয়ে তেওঁৰ কোনো দুশ্চিন্তা নাই। তাৰোপৰি সকলো একমত হোৱাই টান। খৃষ্ট ধৰ্ম্ম প্ৰৱৰ্ত্তনৰ পিছৰপৰাই, সকলোকে একমতলৈ আনিবৰ কাৰণে নৰ-নাৰীৰ ওপৰত কিমান অত্যাচাৰ, কিমান নিৰ্ব্বাসনৰ ব্যৱস্থা কৰা হৈছে,—কিন্তু এই বিষয়ে এতিয়ালৈকে বিন্দুমাত্ৰও সফলতা অৰ্জন কৰিব পৰা হোৱা নাই। এই অত্যাচাৰৰ ফলত পৃথিৱীৰ আধাভাগ-মানুহ মূঢ় আৰু আধাভাগ ভণ্ড হৈ পৰিছে।

প্ৰকৃতপক্ষে নগৰ-পৰিষদৰ সকলোৱেই আছিল বিচপে পৰি-চালনা কৰা ধৰ্ম্মৰ অন্তৰ্ভুক্ত। কোমলপন্থীসকলে ধৰ্ম্ম বিষয়ে নানা বাধা আৰু অসুবিধাবোৰ আঁতৰ কৰিবলৈ জেফাৰচনৰ লগত প্ৰায় একমত হৈছিল। তেওঁলোকে একমুখে স্বীকাৰ কৰিছিল যে গিৰ্জাৰ

অধিবাসীৰ ওপৰত কৰ ধাৰ্য্য কৰা উচিত নহয় যদিহে তেওঁ সেই গির্জাৰ অন্তর্ভুক্ত নহয়। তেওঁলোকৰ মতে জনসাধাৰণে কোন গির্জাত কোনে কৰ দিব নিজেই ঠিক কৰিব। ইয়াতে তেওঁলোকক ধৰ্ম্মৰ স্বাধীনতা দিয়া হব। তেওঁ কৈছিল—ধৰ্ম্ম গ্রহণ বা কোনো ধৰ্ম্মৰ প্ৰতি সহানুভূতি প্রদর্শন কৰাৰ বিষয়ে মানুহৰ স্বাধীনতা থকা একান্ত প্রয়োজন। সুদীৰ্ঘ আঠ বছৰে জেফাৰচনে তেওঁৰ অভিযান চলাইছিল—অৱশেষত জেফাৰচন যেতিয়া ফ্রান্সত আছিল তেতিয়াহে তেওঁ জানিব পাৰিলে যে মেচন আৰু মেডিচনৰ প্রচেষ্টাত তেওঁৰ সেই ধৰ্ম্মৰ স্বাধীনতা বিষয়ৰ প্রস্তাৱটো গৃহীত হৈছে। পিছত বিশেষকৈ জেমচ-মেডিচনৰ চেষ্টাত যুক্তৰাজ্যৰ সংবিধানৰ অন্তৰ্গত অধিকাৰবোৰৰ চনদৰ প্ৰথম সংশোধন প্রস্তাৱত ধৰ্ম্মৰ পূর্ণ স্বাধীনতাৰ অধিকাৰ লিপিবদ্ধ কৰা হয়। বিদ্রোহৰ সময়ত ভাৰ্জিনিয়াত প্রায় আঢ়ৈ লাখ ক্রীতদাস আছিল। জেফাৰচনৰ নিজৰেই ডেৰ'শ ক্রীতদাস আছিল। তেওঁ অৱশ্যে এইবোৰ কিনা নাছিল, মাক আৰু পত্নীৰ সম্পত্তি হিচাপেহে পাইছিল।

প্রথমে যেতিয়া জেফাৰচন ৰজাই নিযুক্ত কৰা শাসনকৰ্ত্তাৰ অধীনৰ নগৰ-পৰিষদৰ সভ্য আছিল, তেতিয়াই তেওঁ দাস-প্রথাৰ বিৰুদ্ধে অলপ আন্দোলন আৰম্ভ কৰিছিল। এই বিষয়ে তেওঁ প্ৰস্তাৱ কৰিছিলে যে মুক্তি পোৱা দাসবোৰক ভাৰ্জিনিয়াত থাকিবৰ অধিকাৰ দিয়া হওক। কিন্তু তেওঁৰ এই প্ৰস্তাৱ গৃহীত ন'হল। তেতিয়াই জেফাৰচনে বুজিছিল যে দেশত ৰাজতন্ত্ৰ থাকিলে দাস-প্রথাৰ কোনো প্ৰকাৰৰ উন্নতি কৰা সম্ভৱ নহয়। সেই কাৰণেই জেফাৰচনে স্বাধীনতাৰ ঘোষণাপত্ৰ ৰচনা কৰিবৰ সময়ত ৰজাৰ আন আন অপৰাধৰ লগতে ঔপনিবেশিকসকলক দাস-প্রথা ৰোধ কৰিবলৈ বাধা দিয়া, এই অপৰাধটো লিপিবদ্ধ কৰিছিল। দাস-প্রথাৰ বিষয়ে ৰজাৰ শাসনকৰ্ত্তাসকলৰ লগতে যে বহুত ঔপনিবেশিক একমত আছিল তেওঁ সেইটো লক্ষ্য কৰিছিল। এই কাৰণে খুব

বিৰক্তি বোধ কৰি তেওঁ ৰজাৰ বিৰুদ্ধে এই অভিযোগ বাতিল কৰিলে।

কিন্তু তেওঁ ঘোষণাপত্ৰত লিখিছিল যে সকলো মানুহ স্বাধীন আৰু সমান হৈয়ে জন্ম গ্ৰহণ কৰিছে। কিন্তু দুখৰ বিষয় যে এই কেইখন দেশত দাস-প্ৰথা চলি আছে আৰু তাৰ ভিতৰত আমাৰ দেশখনো এখন। জেফাৰচনে প্ৰথমে দাস-প্ৰথা উচ্ছেদ কৰিব খুজিছিল কিন্তু তেওঁৰ বন্ধুবোৰে তেওঁক কেইবাটাও বিষয় উল্লেখ কৰি দেখুৱাই ক'লে যে, এই প্ৰথা সেই সময়ত উচ্ছেদ কৰা সম্ভৱ নহয়। প্ৰথমতে ভাৰ্জিনিয়াৰ খেতিয়কসকলে ইয়াৰ বিৰোধিতা কৰে। কিছুমান ঠাইত শ্বেতাঙ্গসকলৰ তুলনাত দাসবোৰ সংখ্যাত প্ৰায় দুগুণ আছিল। সেয়েহে দাসবোৰক এতিয়া মুক্তি দিয়া বিপদ্‌জনক আছিল। উচ্ছেদৰ ফালে লাহে লাহে আগবাঢ়ি যাব লাগিব। মেচনে, মুক্তি দিয়াৰ আগেয়ে নিগ্ৰো ক্ৰীতদাসবোৰক শিক্ষিত কৰি তুলিবলৈ ইচ্ছা কৰিছিল। দাসবোৰক স্বাধীনতা লাভৰ কাৰণে উপযুক্ত কৰি তুলিবলৈ দাস-মালিকবোৰক বাধ্য কৰাব লাগিব। পিছত অৱশ্যে দাস-প্ৰথাৰ উচ্ছেদৰ প্ৰচেষ্টা অভিজ্ঞতাৰপৰা জেফাৰচনে বুজিছিল যে দেশৰ-পৰা দাস-প্ৰথা বিলোপৰ একমাত্ৰ উপায় ক্ৰীতদাসবোৰক দেশৰপৰা আঁতৰাই দিয়া। কাৰণ দাসপ্ৰথা উচ্ছেদ হলেও যিবোৰ ইমানদিনে ক্ৰীতদাস আছিল তেওঁলোকৰ লগত তেওঁলোকৰ গৰাকীয়ে একেলগে শান্তিৰে বাস কৰিব নোৱাৰিব।

শেষৰ ফালে জেফাৰচনে এটা বিস্তৃত পৰিকল্পনা কৰিছিল। তেওঁ ব্যৱস্থা কৰিলে যে সেই সময়ৰপৰা যিবোৰ নিগ্ৰো শিশুৱে জন্মগ্ৰহণ কৰিব, তেওঁলোক স্বাধীন হব আৰু তেওঁলোকৰ মাক-দেউতাকেই তেওঁলোকৰ একমাত্ৰ গৰাকী হব। আৰু যিমানদিন তেওঁলোকে ব্যৱসায় বা কাম-কাজ শিকি থাকে সিমানদিন তেওঁলোক মাক-দেউতাকৰ লগত থাকিব। তাৰ পিছত চৰকাৰী খৰচত তেওঁ-লোকক সামৰ্থ্য অনুযায়ী নানা বিষয়ে শিক্ষা দিয়া হব। এই

নিগ্রো ল'বাবোবৰ বয়স একৈশ আৰু ছোৱালীবোৰৰ ওঠৰ হ'লে তেওঁলোকক শস্য-বীজ, গৰু, ঘোঁৰা, আহিলা-পাতি, আগ্নেয়াস্ত্ৰ আদি দি সুবিধা হ'লে আফ্ৰিকা বা আন উপনিবেশলৈ পঠিয়াব লাগিব। আৰু এই উপনিবেশবোৰক তেতিয়া আমেৰিকাৰ চৰকাৰে স্বাধীন বুলি ঘোষণা কৰিব। কিন্তু পামৰ মালিকবোৰে ক্ৰীতদাস সমস্যাৰ সমাধানকল্পে জেফাৰচনৰ সকলো প্ৰস্তাৱ-পৰিকল্পনাৰ বিৰোধিতা কৰিলে। অৱশেষত ১৭৮২ চনত মেডিচনৰ চেষ্টাত জেফাৰচনৰ মুক্ত দাসবোৰৰ ভাৰ্জিনিয়াত বাস কৰিবলৈ অনুমতি দিয়া প্ৰস্তাৱটো গৃহীত হৈছিল। ইয়াৰ সহায়ত আঠ বছৰৰ ভিতৰত প্ৰায় দহ হেজাৰ ক্ৰীতদাসে মুক্তি পালে আৰু সিঁহতৰ ভৰণ-পোষণৰ দায়িত্ব চৰকাৰে বহন কৰিব নেলাগিল।

এই সম্পৰ্কত জেফাৰচনৰ পৰিকল্পনা কাৰ্য্যকৰী হোৱা হ'লে যুক্ত-ৰাজ্য গৃহযুদ্ধৰ হাতৰপৰা ৰক্ষা পৰিলহেতেন। কিন্তু ১৮২২ চনৰ আগতে ইয়াৰ কাম একেবাৰে আৰম্ভ হোৱা নাছিল। ১৮২২ চনত যুক্তৰাজ্যৰ সভাপতি আছিল জেফাৰচনৰ ছাত্ৰবন্ধু জেম্‌চ্ মন্‌ৰো। এই বছৰ জেহুদি আচ্‌মানে কিছুমান মুক্ত দাসক আফ্ৰিকাৰ পশ্চিম উপকূললৈ লৈ গ'ল। এওঁলোকেই লাইবেৰিয়া জাতি গঠন কৰিলে। এই সময়তে কপাহ পৰিষ্কাৰ কৰা যন্ত্ৰ আবিষ্কাৰৰ লগে লগে ক্ৰীতদাসৰ সহায় অপৰিহাৰ্য্য হৈ পৰিল আৰু তেওঁলোকক কোনেও সহজে মুক্তি দিবলৈ ইচ্ছা কৰা নাছিল।

এইবাৰ জেফাৰচন ভাৰ্জিনিয়াৰ উন্নতিকল্পে সচেষ্ট হ'ল। তেওঁৰ কাম হ'ল ধনী দুখীয়া নিৰ্ব্বিশেষে সকলোকে-শিক্ষিত কৰি তোলা; নাগৰিকসকলে তেওঁলোকৰ অধিকাৰবোৰ বুজি লৈ সেইবোৰ যাতে ৰক্ষা কৰিব পাৰে এই বিষয়ে তেওঁলোকক উপযোগী কৰি তোলা। জেফাৰচনে শিক্ষাৰ কাৰণে সকলো শিক্ষা অনুষ্ঠানৰ উপযোগী নতুন প্ৰণালীৰ পৰিকল্পনা কৰিছিল। প্ৰতিটো কাউণ্টিক পাঁচ-ছয় বৰ্গমাইল অন্তৰে অন্তৰে একোটা ৱাৰ্ডত বিভক্ত কৰিবলৈ প্ৰস্তাৱ

কৰিলে। প্ৰত্যেক ৱাৰ্ডতে এদল শিক্ষকৰ অধীনত একোখন বিদ্যালয় থাকিব আৰু বিদ্যালয়ৰ যাৱতীয় •খৰচ-পাতি স্থানীয় অৱস্থাপন্ন মানুহে বহন কৰিব লাগিব। তেওঁলোকৰ নিজৰ পঢ়াশুনা কৰা ল'ৰা-ছোৱালী নেথাকিলেও ব্যয় বহন কৰিব লাগিব। ঠিক এইদৰে বৰ্ত্তমান যুগৰ আমেৰিকাৰ বিদ্যালয়বোৰ পৰিকল্পিত হৈছিল। ধনী দুখীয়া সকলো ল'ৰা-ছোৱালীয়ে এই বিদ্যালয়ত লিখাপঢ়া কৰিব পাৰিব। তাৰ পিছত ৰাজ্যৰ বিভিন্ন ঠাইত আমাৰ বৰ্ত্তমান উচ্চ-বিদ্যালয়ৰ নিচিনা কুৰিটা 'গ্ৰামাৰ স্কুল' স্থাপন কৰিব লাগিব আৰু তাত ছাত্ৰবোৰে গ্ৰীক, লেটিন, ভূবিদ্যা আৰু উচ্চ-গণিত শিক্ষা লব পাৰিব। ৱাৰ্ড স্কুলৰ শ্ৰেষ্ঠ ছাত্ৰক বৃত্তি দি গ্ৰামাৰ স্কুললৈ পঠোৱা হব। তাৰপিছত দুবছৰ গ্ৰামাৰ স্কুলৰ শিক্ষা লোৱাৰ পিছত তেওঁ-লোকৰ ভিতৰত শ্ৰেষ্ঠ ছাত্ৰক গ্ৰামাৰ স্কুলৰ উচ্চতৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব।

দুবছৰ শিক্ষাৰ পিছত এই ছাত্ৰবোৰৰ আধাখিনিক এৰি দিব লাগিব। আৰু কেইজনমানক গ্ৰামাৰ স্কুল আৰু ৱাৰ্ড স্কুলৰ শিক্ষক নিযুক্ত কৰিব লাগিব। বাকীখিনি ছাত্ৰক আৰু তিনিবছৰ তেওঁ-লোকৰ ইচ্ছামতে বিজ্ঞানৰ যিকোনো এটা বিষয় পঢ়িবৰ কাৰণে উইলিয়াম আৰু মেৰী কলেজলৈ পঠিয়াই দিয়া হব। এইদৰে দেশৰ শ্ৰেষ্ঠ বালকবোৰে সম্পূৰ্ণৰূপে দেশৰ খৰচত উচ্চশিক্ষা লাভ কৰিব পাৰিব। শিক্ষা সম্বন্ধে জেফাৰচনৰ এই প্ৰস্তাৱবোৰ বহুত দিনৰ পিছত আংশিকভাৱে গৃহীত হৈছিল।

১৭৯৬ চনত জেফাৰচনৰ বন্ধুবোৰৰ প্ৰচেষ্টাত নিম্নশ্ৰেণীৰ বিদ্যালয়বোৰৰ বিষয়ে জেফাৰচনৰ প্ৰস্তাৱ গৃহীত হৈছিল, কিন্তু প্ৰস্তাৱটো সংশোধিত হৈ গৃহীত হোৱাত তাৰ প্ৰকৃত উদ্দেশ্য বিফল হৈছিল। সংশোধন অনুসাৰে প্ৰত্যেক কাউন্টিৰ মেজিষ্ট্ৰেটে কাউন্টিত কি স্কুল হব ঠিক কৰিব। এই গোটেই মেজিষ্ট্ৰেটবোৰ আছিল কাউন্টিবোৰৰ ডাঙৰ ডাঙৰ জমিদাৰ। ধনীসম্প্ৰদায়ে

তেওঁলোকৰ নিজৰ সন্তানবোৰৰ কাৰণে গৃহ-শিক্ষক নিযুক্ত কৰাত তেওঁলোকৰ অসুবিধাৰ কোনো কাৰণ নাছিল।

স্বাধীন হোৱাৰ পিছত ভাৰ্জিনিয়াৰ প্ৰত্যেক অধিবাসীয়েই ভাবিছিল যে দেশৰ আইন-কানুনৰ সংশোধন হোৱা দৰকাৰ। তেওঁলোকৰ প্ৰাচীন আইনবিধিবোৰ গণতান্ত্ৰিক ৰাষ্ট্ৰৰ অনুকূল কৰি সংশোধন আৰু পৰিবৰ্ত্তন কৰিবৰ কাৰণে ভাৰ্জিনিয়াৰ আইন-পৰিষদে তিনিজন শ্ৰেষ্ঠ আইনজ্ঞ—টমাচ্ জেফাৰচন, জৰ্জ ৱাইড আৰু এড্‌মণ্ড পেণ্ডেলটনক নিৰ্ব্বাচিত কৰিলে। তেওঁলোকে এই কাম ভাগ ভাগ কৰি ল'লে। পুৰণি বৃটিচ আইন সংশোধন কৰাৰ ভাৰ ললে জেফাৰচনে। ৱাইডে ল'লে স্বাধীনতা ঘোষণা কৰা পৰ্য্যন্ত প্ৰচলিত বৃটিচ আইন আৰু পেণ্ডেলটনে ভাৰ্জিনিয়াৰ প্ৰণীত আইনসমূহ সংশোধন কৰাৰ ভাৰ ল'লে।

জেফাৰচনে লক্ষ্য কৰিলে যে প্ৰথম উল্লেখযোগ্য সংস্কাৰ সাধন কৰিব লাগিব মৃত্যুদণ্ড সম্পৰ্কে। তেতিয়াৰ দিনত বৃটিচ আইন অনুযায়ী মানৱ-জীৱনৰ কোনো মূল্যই দিয়া হোৱা নাছিল। সামান্য কটা-চোৰকো সেই অপৰাধত বহুত সময়ত ফাঁচি দিয়া হৈছিল। জেফাৰচন, ৱাইড আৰু পেণ্ডেলটন একমত হৈ কেৱল নৰহত্যা আৰু ৰাজদ্ৰোহিতাৰ অপৰাধৰ বাহিৰে অন্য অপৰাধৰ কাৰণে মৃত্যুদণ্ড আইন ৰহিত কৰিবলৈ প্ৰস্তাৱ কৰিলে। কিন্তু এই প্ৰস্তাৱটো আইনত পৰিণত কৰিবলৈ আইন-পৰিষদে দীৰ্ঘ এঘাৰ বছৰ সময় লৈছিল।

পুৰণি আইনবোৰ সংশোধন কৰিবৰ সময়ত জেফাৰচনৰ মনত পৰিল যে ছাত্ৰজীৱনত আইন অধ্যয়ন কৰাৰ সময়ত তেওঁৰ আৰু ভেৰনিকাৰৰ 'অল্ড কক্' গ্ৰন্থটিৰ কঠিন ভাষাৰ কাৰণে পাঠ আওৰাওঁতে কিমান পৰিশ্ৰম কৰিবলগীয়া হৈছিল। এইকাৰণে তেওঁ স্থিৰ কৰিলে যে এই প্ৰাচীন আইনবোৰ এইবাৰ পৰিবৰ্ত্তন কৰাৰ সময়ত তেওঁ সাধ্যমতে ভাষাটো প্ৰাঞ্জল কৰিব। ৱাইডও তেওঁৰ লগত একমত

হ'ল। ভাৰ্জিনিয়াৰ আইনৰ ছাত্ৰবোৰে যদি তেওঁলোকৰ পাঠ্যবস্তুৰ ভাষা আন ঠাইৰ ভাষাতকৈ সহজ বুলি অনুভৱ কৰে তেনেহ'লে তেওঁলোকে জেফাৰচনক ধন্যবাদ দিয়া উচিত।

সংশোধিত আইনবোৰ এচেম্ব্লীত ১২৬টা বেলেগ প্ৰস্তাৱত দাখিল কৰা হ'ল। যথাসময়ত মেডিচনে সেইবোৰক আইনত পৰিণত কৰিবৰ কাৰণে আত্মনিয়োগ কৰিলে। বহু পৰিশ্ৰম কৰি তেওঁ ছবছৰত ৫৬টা প্ৰস্তাৱ গৃহীত কৰাব পাৰিছিল।

# নৱম অধ্যায়

## যুদ্ধৰ দিনৰ শাসনকৰ্ত্তা

নাগৰিকসকলৰ শান্তি-সুখময় জীৱন-যাপনৰ কাৰণে জেফাৰচন আৰু তেওঁৰ বন্ধুবোৰ যেতিয়া দেশখন উন্নত কৰাত ব্যস্ত আছিল, তেতিয়া আন আন যুদ্ধক্ষেত্ৰৰপৰা যি বাতৰি আহিছিল সেইবোৰ একেবাৰে আশাজনক নাছিল। ১৭৭৭ চনৰ শেষৰফালে চাৰাটোগোত বাৰগোইনে আত্মসমৰ্পণ কৰাৰ সুখবৰটো আহিছিল। এই ঘটনাটোৰ দুটা গুৰুত্বপূৰ্ণ ফলাফলৰ ভিতৰত প্ৰথমটো হ'ল—ফ্ৰান্সৰ লগত বন্ধুত্ব আৰু দ্বিতীয়টো—চাৰি হেজাৰ যুদ্ধ-বন্দীৰ ভাৰ্জিনিয়াত উপস্থিতি।

আলবিমাৰ্লে কাউন্টিত মন্টিচেলোৰ নিচেই ওচৰতে বন্দী-সৈন্য আৰু সেনাধ্যক্ষ আহি ছাউনি পাতিলে। এওঁলোকৰ ভিতৰত বহুত হেচিয়ানো আছিল। তেওঁলোকে সাত শ মাইল বাট খোজকাঢ়ি আহিছিল। তেওঁলোকৰ দুৰৱস্থা দেখি জেফাৰচনে মনত বৰ আঘাত পালে। এওঁলোকৰ ভিতৰত বহুতকে জোৰ কৰি যুদ্ধত নমোৱা হৈছিল। এই বন্দীবোৰৰ ভিতৰত থকা জাৰ্মান সেনাধ্যক্ষসকলৰ বিদ্ৰোহী উপনিবেশবোৰৰ ওপৰত বিদ্বেষ থকাৰ কোনো কাৰণ নাছিল। এই কাৰণে জেফাৰচনৰ লগত তেওঁৰ এই নতুন প্ৰতিবেশী-বোৰৰ বহুতে বিশেষভাৱে পৰিচিত হৈছিল। তেওঁ এই আটাইবোৰ সামৰিক অফিচাৰৰ কাৰণে নিজৰ উদ্যান, ঘৰ-বাৰী আৰু লাইব্ৰেৰী মুকলি কৰি দিছিল। বৃটিচ বন্দীবোৰৰ মাজত থকা অধ্যক্ষ, জেনেৰেল ফিলিপ্‌চক জেফাৰচনে 'দাম্ভিক' বুলি বৰ্ণনা কৰিছিল। কিন্তু

জেনেৰেল ফিলিপ্‌চেও জেফাৰচনৰ লগত ওচৰ-চুবুৰীয়াৰ সম্পৰ্ক গঢ়ি তুলিছিল। জেফাৰচনৰ ভদ্ৰতাত মুগ্ধ হৈ ফিলিপ্‌চে তেওঁক এদিন এই বুলি নিমন্ত্ৰণ কৰিলে—"বৃটিচ বিষয়াসকলে তেওঁলোকৰ সৈন্য-বাহিনীৰ শিবিৰত অহা শনিবাৰে এখন অভিনয় কৰিবলৈ মন কৰিছে। আপুনি আৰু মিচেচ্‌ জেফাৰচন যদি অভিনয় চাবলৈ আহে তেনেহলে মই বৰ আনন্দ পাম।" জেফাৰচনে এবাৰ তেওঁৰ এজন বন্ধুলৈ লিখিছিল,—'সকলো মানুহৰ কল্যাণ যিমান দূৰ সম্ভৱ কৰা উচিত। গতিকে আধুনিক জাতিৰ যুদ্ধবন্দীবোৰৰ প্ৰতি ভদ্ৰ আৰু অমায়িক ব্যৱহাৰৰ প্ৰথা চিন্তা কৰিয়েই যে আনন্দ লাগে এনে নহয় সমগ্ৰ বিশ্বত শত্ৰু-মিত্ৰ আৰু নিৰপেক্ষসকলৰ ওচৰতো ই আদৰণীয়।'

১৭৭৯ চনত টমাচ্‌ জেফাৰচন ভাৰ্জিনিয়াৰ শাসনকৰ্ত্তা হ'ল। সেই সময়ত ভাৰ্জিনিয়াৰ আয়তন এতিয়াতকৈ বহুত বেছি বিস্তৃত আছিল। পশ্চিমে মিচিচিপি নৈলৈকে ইয়াৰ সীমা আছিল। বৰ্ত্তমান ভাৰ্জিনিয়াৰ সমস্ত অংশ, পশ্চিম ভাৰ্জিনিয়াৰ কেণ্টাকি আৰু অহিও ইণ্ডিয়ানা আৰু ইলিনয়চৰ অনেক অংশ ইয়াৰ অন্তৰ্ভুক্ত আছিল। আন ফালৰপৰাও ভাৰ্জিনিয়াক এখন স্বতন্ত্ৰ জাতি বুলি ক'লেও অন্যায় নহয়। ভাৰ্জিনিয়াই নিজৰ নামত টকা ধাৰ কৰিব পাৰিছিল আৰু জেফাৰচন শাসনকৰ্ত্তা হোৱাৰ দুদিনৰ ভিতৰতে স্বাধীন দেশৰ দৰে ফ্ৰান্সৰ লগত ৰাজনৈতিক সম্বন্ধ স্থাপন কৰিছিল।

ফ্ৰান্সৰ লগত স্থাপন কৰা সন্ধিৰপৰা সুফলৰ লগত কুফলও হৈছিল। অৱশ্যে ইয়াৰ পিছৰপৰা দুই পক্ষৰ মনোভাব সলনি হৈছিল। এই চুক্তি অনুসৰি ফ্ৰান্সে সৈন্য পঠাব গতিকে দেশৰ ভিতৰত স্বেচ্ছাসেৱক সংগ্ৰহ কৰা বন্ধ হৈ গ'ল।

ফ্ৰান্সৰ লগত আমেৰিকাৰ উপনিবেশবোৰৰ এই মিত্ৰতা ইংৰাজৰ কাৰণে অসহনীয় হৈ পৰিল। কাৰণ তেওঁলোকে উপনিবেশবোৰ ফ্ৰান্সৰ অধীনলৈ যোৱাৰ আশঙ্কা কৰিছিল। গতিকে তেওঁলোকে

কঠোৰ ব্যৱস্থা কৰিবলৈ ধৰিলে। বাৰগোয়েনৰ আত্মসমৰ্পণৰ প্ৰতিশোধ তেওঁলোকে লবই লাগিব। উপনিবেশবোৰৰ দক্ষিণ অঞ্চল আছিল কম বসতিপূৰ্ণ। এইকালে অধিকাৰ স্থাপন কৰাটো তেওঁলোকে সহজ হব বুলি ভাবিছিল।

এতিয়া বৃটিচবোৰে দক্ষিণফালৰপৰা উত্তৰ কেৰোলিনাৰ ভিতৰেদি অগ্ৰসৰ হ'ল। ইংৰাজৰ হাতৰপৰা যিকোনো প্ৰকাৰেই হওক ভাৰ্জিনিয়াক বচাবৰ কাৰণে জেফাৰচন দৃঢ়-প্ৰতিজ্ঞ হ'ল। জেনেৰেল গেইট্‌চে ইংৰাজৰ বিৰুদ্ধে উত্তৰ কেৰোলাইনাত যুদ্ধ কৰিছিল। তেওঁৰ ওপৰত জেফাৰচনৰ সকলো আশা-ভৰসা আছিল। জেফাৰচনে ভাৰ্জিনিয়াৰপৰা সাধ্যমতে অস্ত্ৰ-শস্ত্ৰ আৰু সৈন্য-সামন্ত তেওঁৰ সাহায্যাৰ্থে পঠিয়াইছিল।

ভাৰ্জিনিয়াক ৰক্ষা কৰিবৰ কাৰণে এইদৰে সৈন্য-সামন্ত উজাৰ কৰি পঠোৱা দেখি ভাৰ্জিনিয়াবাসীৰ সৰহভাগেই উদ্বিগ্ন হৈ পৰিছিল। তেওঁলোকৰ ইচ্ছা আছিল ভাৰ্জিনিয়াৰ মানুহবোৰে প্ৰয়োজন হ'লে ভাৰ্জিনিয়াতে যুদ্ধ কৰিব লাগে। বহুত আলৈ-আহুকালৰ মাজেদি জেফাৰচনে জেনেৰেল পেট্‌চক যুদ্ধৰ সা-সৰঞ্জাম যোগাইছিল। এনেতে খবৰ আহিল যে দক্ষিণ কেৰোলিনাৰ কেম্‌ডেনত আমেৰিকানবোৰ বেয়াকৈ পৰাজিত হৈছে। এখন যুদ্ধত যিবোৰ আহিলা-পাতি যোগাৰ দুমাহে কৰা হৈছিল সেই আটাইবোৰ শত্ৰুৰ হাতলৈ গ'ল। তেওঁলোকৰ সকলো চেষ্টা ব্যৰ্থ হৈ গ'ল। এইবাৰ ইংৰাজবোৰে ভাৰ্জিনিয়া আক্ৰমণ কৰিব। জেফাৰচনৰ বিৰোধী সমালোচকবোৰে তেওঁৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ কৰিছিল।

জেফাৰচনৰ এটাই মাথোন সান্ত্বনা আছিল যে, ভাৰ্জিনিয়াৰ সৈন্যবোৰ এটা অভিযানত সফল হৈছে। ইংৰাজবোৰৰ নতুন পৰিকল্পনা মতে ১৭৭৯ চনৰ গোটেই জাৰকালিটো ৰেড্‌ইণ্ডিয়ান অধিবাসীবোৰৰ দলপতিক হাত কৰি দক্ষিণ অঞ্চল ধ্বংস কৰিবৰ কাৰণে, বৃটিচ সেনাপতি হেমিল্‌টনক পঠাইছিল আৰু আমেৰিকাবাসীসকলক

আক্ৰমণ কৰিবলৈ উত্তেজিত হৈছিল। তেওঁলোকে বন্দী কৰি কাকো নিয়া নাছিল। নৰহত্যা কৰিয়েই তেওঁলোকে বেছি ভাল পাইছিল। তেওঁলোকে সৈনিক, মতা, মাইকী কাকো ৰেহাই দিয়া নাছিল। জেফাৰচনৰ এজন পুৰণি ওচৰ-চুবুৰীয়া কৰ্নেল জৰ্জ ৰোজাৰ্চ ক্লাৰ্কক ১৩০জন সৈন্য লগত দি, পশ্চিম অঞ্চলৰপৰা হেমিল্‌টনক ধৰি আনিবলৈ পঠোৱা হ'ল। ঘটনাটো অলপ অসম্ভৱ যেন লাগিলেও ক্লাৰ্কে সঁচাকৈয়ে বসন্তকালৰ আৰম্ভণিতে তেওঁৰ ক্ষুদ্ৰ সৈন্যবাহিনী লৈ হেমিল্‌টনক সসৈন্যে উইলিয়াম্‌চবাৰ্গলৈ ধৰি আনিলে। লগত দুজন বিষয়াকো আনিলে আৰু বাকীবোৰক মুক্তি দিলে। এতিয়াৰ-পৰা ভাৰ্জিনিয়াক বিদেশী আক্ৰমণৰ কবলৰপৰা ৰক্ষা কৰিবলৈ পশ্চিম সীমান্ত পহৰা দিয়া নিষ্প্ৰয়োজন হৈ পৰিল। এতিয়া দক্ষিণ-ফালে ইংৰাজৰ অগ্ৰগতি ৰোধ কৰিবৰ কাৰণে ভাৰ্জিনিয়াৰ সমস্ত শক্তি প্ৰয়োগ কৰিব পৰা হব।

ইতিমধ্যে কেৰোলিনা যুদ্ধৰ বিজয়ী ইংৰাজবাহিনীয়ে ভাৰ্জিনিয়াৰ সীমা পাওঁতে কেইমাহমান লাগিছিল। বাৰে বাৰে ঔপনিবেশিক গৰিলাবাহিনীৰ সন্মুখীন হোৱাত তেওঁলোকৰ অগ্ৰগতি মন্থৰ হৈছিল। ঠিক সেই সময়তে ভাৰ্জিনিয়াৰ আন এটা সীমান্ত আক্ৰান্ত হবৰ উপক্ৰম হৈছিল। বাৰখন সশস্ত্ৰ যুদ্ধ-জাহাজ, চেচাপিক উপসাগৰেদি আহি সৈন্য নমাবলৈ ধৰিলে। ভাৰ্জিনিয়া শঙ্কিত হৈ পৰিল। অৱশ্যে অঘটন একো নঘটিল। কৰ্নৱালিচ নহালৈকে ৰবৰ কাৰণে জাহাজবোৰৰ ওপৰত আদেশ আছিল। কিন্তু কেৰোলিনৰ গৰিলাবোৰে কৰ্নৱালিচক আগবাঢ়িবলৈ দিয়া নাছিল। এমাহ বৈ বৈ আমনি লাগি জাহাজবোৰ উভতি গ'ল। ভাৰ্জিনিয়া নিৰাপদ হওঁতে-নৌহওঁতেই সাতাইশখন যুদ্ধ-জাহাজ চেচাপিক উপসাগৰত আহি পোৱাৰ খবৰ আহিল। দূৰৰপৰা জাহাজবোৰৰ পতাকা দেখিও সেইবিলাক কোন দেশৰ জাহাজ, ধৰাটো টান হৈ পৰিল। সেইদিনা আছিল ১৭৮০ চনৰ ২১

ডিচেম্বৰ, দেওবাৰ। মঙ্গলবাৰে জানিব পৰা হ'ল যে জাহাজবোৰ ইংৰাজৰ, আৰু জেম্‌চ্ নৈয়েদি আগুৱাই আহিছে। জেফাৰচনে অবিলম্বে সেনাবাহিনীক সকলো বচদ-পাতিবে পাইড্‌মণ্টৰ ওচৰৰ এডোখৰ ঠাইলৈ যাবলৈ নির্দ্দেশ দিলে যলৈ জেম্‌চ নৈয়েদি জাহাজ যাব নোৱাৰে।

বৃহস্পতিবাৰে সন্ধিয়া ভাৰ্জিনিয়াৰ শাসনকৰ্ত্তাই বিশ্বাসঘাতক বেনেডিক্ট আৰ্নল্ডৰ অধীনত বৃটিচ সৈন্য পাৰত নমাৰ বাতৰি পালে। সেই সময়ত জেফাৰচন অকলশৰীয়া। চৰকাৰৰ বাকী সভ্যবোৰ নিজ নিজ কামত ব্যস্ত। তাৰোপৰি আৰ্নল্ডৰ সৈন্যবাহিনীক ৰোধ কৰিবৰ কাৰণে ভাৰ্জিনিয়াত সামৰিক শক্তি শক্তিশালী নাছিল। জেফাৰচন নিজেও যোদ্ধা নাছিল।

নিজৰ পৰিয়ালবৰ্গক টাকাহোৰ কোনো আত্মীয়ৰ ঘৰত থৈ জেফাৰচনে নৈৰ পাৰত যুদ্ধৰ সৰঞ্জামবোৰ থোৱা নিৰাপদ ঠাইলৈ ঘোঁৰাত উঠি গ'ল। তাৰপিছত মাজৰাতি টাকাহোয়েদি তেওঁৰ পৰিয়াল-বৰ্গ নিৰাপদে নৈখন পাৰ হব পাৰিলে নে নোৱাৰিলে জানিবৰ কাৰণে ৰাওনা কৰিলে। তাৰপৰা তেওঁ ৰিচ্‌মণ্ডলৈ গ'ল কাম পৰিদৰ্শন কৰিবলৈ। তেতিয়া তাৰপৰা বচদৰ শেষ বস্তু-বেহানিখিনি জেম্‌চ নৈৰ পাৰলৈ স্থানান্তৰিত কৰা হৈছিল। ৰিচ্‌মণ্ড পোৱাৰ আগতেই জেফাৰচনে জানিব পাৰিলে যে ৰিচ্‌মণ্ড শত্ৰুপক্ষই অধিকাৰ কৰিছে। তেতিয়া তেওঁ একমাত্ৰ শিক্ষিত সেনানায়ক বেৰন ভন্ ষ্টিউবেনৰ ছাউনিলৈ পৰামৰ্শ কৰিবলৈ গ'ল।

আৰ্নল্ডে ৰিচ্‌মণ্ড নগৰখন কম সময়ৰ ভিতৰত ধ্বংস কৰি জুই লগাই লুটপাট কৰিবলৈ ধৰিলে। ইতিমধ্যে ভাৰ্জিনিয়াৰ সেনা-বাহিনীয়ে তেওঁক চাৰিওফালে ঘেৰি ধৰিলে। কিন্তু সৌভাগ্যবশত আৰ্নল্ড সেইবাৰলৈ ৰক্ষা পৰিল। জাহাজত উঠি তেওঁ নৈয়েদি সাগৰলৈ পলাই গ'ল আৰু ৰিচ্‌মণ্ড আক্ৰমণ পৰ্ব্বও শেষ হ'ল।

এই সময়ত জেফাৰচনে প্ৰায় ৩½ দিন ঘোঁৰাৰ পিঠিতে আছিল। আৰ্নল্ড পলাই যোৱাৰ লগে লগেই তেওঁ আহি ৰিচমণ্ড পালেহি।

এতিয়াৰপৰা জেফাৰচনে এনেবোৰ কামত লাগিবলগীয়া হ'ল যিবোৰ তেওঁ সমূলি ভাল নেপাইছিল। তেওঁ প্ৰায় সামৰিক 'ডিক্টেটৰ' হৈ পৰিছিল। বেসামৰিক চৰকাৰৰ কাম কাজ তেতিয়া প্ৰায় বন্ধেই আছিল।

ভাৰ্জিনিয়া তেতিয়া প্ৰায় চাৰিওফালৰপৰাই আক্ৰান্ত হৈ পৰিছিল। ষ্টিউবেন আৰু লাফায়তৰ বাধা সত্ত্বেও পূৰ্ব্বাঞ্চলত আৰ্নল্ডৰ লুটপাট বন্ধ হোৱা নাছিল। দক্ষিণফালৰপৰা কৰ্নৱালিচ আৰু টাৰ্লটন উত্তৰফাললৈ অগ্ৰসৰ হ'ল। পশ্চিমফালৰ কাউন্টি-বোৰত পুনৰ ৰেড্ ইণ্ডিয়ানবোৰে গোলমাল কৰা যেন লাগিল। অৱশেষত বৃটিচ যুদ্ধ-জাহাজবোৰ উপকূলৰ ইফালে সিফালে অতৰ্কিতে আহি বাধা দিবলৈ ধৰিলে।

বাৰে বাৰে সহায় বিচাৰি পঠোৱাৰ পিছত ৱাচিংটনে অৱশেষত ডেকা লাফায়তক ভাৰ্জিনিয়ালৈ পঠিয়াই দিলে। ১৭৮১ চনৰ মাৰ্চ মাহত ৰিচ্‌মণ্ডলৈ অহাৰ আগতে এই তেজস্বী মেজৰ জেনেৰেলজনে চাৰি বছৰ ধৰি আমেৰিকাত বাস কৰিছিল। প্ৰথম চিনাকিৰ দিন ধৰিয়েই জেফাৰচন আৰু লাফায়েত আজীৱন বন্ধু হৈ পৰিল।

অনতিপলমে এখন জৰুৰী আইন-সভাৰ অধিবেশন আহ্বান কৰা হ'ল। এই অধিবেশনে শাসনকৰ্ত্তা জেফাৰচনক সৈন্যবাহিনী, সাজু কৰা, ঘোঁৰা, খোৱাবস্তু, অস্ত্ৰ-শস্ত্ৰ কাপোৰ-কানি আৰু নিগ্ৰোবোৰক বাজেয়াপ্ত কৰাৰ অধিকাৰ প্ৰদান কৰা হ'ল। তেওঁ দেশদ্ৰোহী টৰি সম্প্ৰদায়ভুক্ত মানুহক আৱশ্যক হ'লে গ্ৰেপ্তাৰ কৰাৰ অধিকাৰ পালে। টকা প্ৰচলন কৰিবলৈও অধিকাৰ পালে। মুঠতে কবলৈ গ'লে যি মানুহক মুক্ত, স্বাধীন কৰিবৰ কাৰণে সদায়ে যুঁজ কৰি আহিছে তেওঁৰ হাতত্তে উৎপীড়নৰ এনেকুৱা অধিকাৰবিলাক দিয়া হ'ল যি অধিকাৰবিলাক ইংলণ্ডৰ কোনো শাসনকৰ্ত্তাই কেতিয়াও ভোগ কৰা নাছিল।

জেফাৰচন দ্বিতীয়বাৰ শাসনকৰ্ত্তা হোৱাৰ পিছত আইন-সভাক

শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰিবৰ কাৰণে চাৰিবাৰ পলাবলগীয়া হৈছিল। ১৭৮১ চনৰ জানুৱাৰীতে আৰ্নল্ডে প্ৰথমে ৰিচ্‌মণ্ড লুণ্ঠন কৰিলে। তাৰ পিচত মাৰ্চ আৰু মে মাহত শত্ৰুসৈন্য ইমান কাষচাপি আহিছিল যে তাত থকা নিৰাপদ নেদেখি কেইবাজনো সভ্যই মণ্টিচেলোৰ ওচৰৰ চাল´ট্‌চ্‌ভিলত লগ লাগিবলৈ স্থিৰ কৰিলে। সেই ঠাইৰপৰা জেনেৰেল টাৰ্লটন আৰু তেওঁৰ অশ্বাৰোহী বাহিনীৰ আক্ৰমণৰপৰা তেওঁলোক পলাই যাবলগীয়া হৈছিল। জেফাৰচনে নিজেও কথমপিহে শত্ৰুৰ কবলত নপৰাকৈ থাকিল। জুন মাহৰ ১ তাৰিখে জেফাৰচনৰ শাসন-কৰ্ত্তা হিচাপে কামৰ দিন উকলিল। চাৰিওফালে নানান বিপদ-বিঘিনিৰ কাৰণে আইন-সভাৰ সভাবোৰ লগ লাগিবৰ সুবিধা পোৱা নাছিল। মে মাহ পাৰ হৈ গ´ল। ভাৰ্জিনিয়া শাসনকৰ্ত্তাহীন হৈয়ে থাকিল।

ভাগি যোৱা আইন-সভা পুনৰ যেতিয়া ৭ জুনত হিল তেতিয়া সভ্যবোৰক উত্তেজিত আৰু বিভ্ৰান্ত দেখা গৈছিল। নে অৱস্থাত কোনোবা এজনৰ গাত দোষটো জঁাপি দিবই লাগিব। গতিকে সকলোৱে যে দেশৰ এই পৰিণতিৰ কাৰণে জেফাৰচনকে তিৰস্কাৰ কৰিবলৈ ধৰিব, সেইটো স্বাভাৱিক।

সভ্যবোৰে এতিয়া জেফাৰচনৰপৰা জানিব খুজিছে কিয় তেওঁ তেওঁলোকৰ মতামত উপেক্ষা কৰি কেৰোলিনালৈ জেনেৰেল গেইট্‌চক সহায় কৰিবৰ কাৰণে ভাৰ্জিনিয়াৰপৰা ৰচদ আৰু সৈন্য পঠিয়াইছিল ? এতিয়া চাৰিওফালে সৈন্যৰে বেৰা ভাৰ্জিনিয়াৰ উপায় কি ? এওঁলোকৰ লগত জেফাৰচনৰ বিৰুদ্ধে ৰক্ষণশীল দলেও যোগ দিলে। ধৰ্ম্মসম্বন্ধীয় স্বাধীনতা প্ৰতিষ্ঠাৰ কাৰণে তেওঁলোকে জেফাৰচনক আগৰেপৰা ভাল নেপাইছিল।

জেফাৰচনৰ নিজৰ কাউন্টি আল্‌বিমাৰ্লে´ৰ ডেকা প্ৰতিনিধি জৰ্জ নিকলাচে জেফাৰচনৰ বিৰুদ্ধে এইবুলি অভিযোগ আনিলে যে তেওঁ আৰ্নল্ডক দেশৰ ভিতৰত লুটপাট কৰিবলৈ সুযোগ দি

অমাৰ্জনীয় অকৰ্ত্তব্য কৰিছে। জেফাৰচনৰ বন্ধুবোৰে অৱশ্যে ইয়াৰ যথাযথ প্ৰতিবাদ কৰিছিল। কিন্তু জেফাৰচনে বৰ দুখ পাইছিল, কাৰণ যোৱা তেৰ বছৰ ধৰি তেওঁ জনসাধাৰণৰ উন্নতিবিধানৰ কাৰণেই কাম কৰি আহিছে। তেওঁ এজন বন্ধুলৈ জৰ্জ নিকলাচে তেওঁৰ বিৰুদ্ধে কি কি অভিযোগ তুলিছে তাৰ এখন তালিকা খুজি পঠালে। সেই বন্ধুৰ যোগেদিয়ে এইবোৰ অভিযোগৰ উত্তৰ লিখি তেওঁ নিকলাচলৈ পঠিয়াই দিলে। তাৰপিছত তেওঁ গাঁৱলৈ গৈ তেওঁৰ প্ৰতি দেশৰ অকৃতজ্ঞতাৰ কথা ভাবিবলৈ ধৰিলে। ইয়াৰ আগতে তেওঁ তেওঁৰ জীৱনৰ এটা বিশেষ আদৰ্শৰ বিৰোধিতাৰ উত্তৰ দি দেশৰ উপকাৰ কৰিছিল। আইন-সভাৰ এই শেষ অধিবেশনত এটা দলে ৰাজ্য পৰিচালনাৰ কাৰণে এজন ডিক্টেটৰ নিযুক্ত কৰিব লাগে বুলি অন্দোলন কৰিছিল। জেফাৰচনে প্ৰতিবাদ কৰি কৈছিল—'ডিক্টেটৰ নিযুক্ত কৰাৰ কথা চিন্তা কৰা কেৱল দেশৰ জনসাধাৰণৰ বিৰুদ্ধেই নহয়, সমগ্ৰ মানৱতাৰ বিৰুদ্ধেই বিশ্বাসঘাতকতা কৰা'। তেওঁ বন্ধু-বোৰক সংঘবদ্ধ হৈ এই প্ৰস্তাৱ বাতিল কৰিবলৈ অনুৰোধ কৰিছিল আৰু তেওঁ কৃতকাৰ্য্যতাও লাভ কৰিছিল। জেফাৰচনে নিজেও অৱশ্যে উপলব্ধি কৰিছিল যে দেশৰ এই জাতীয়-যুদ্ধৰ সময়ত ডিক্টেটৰ নহলেও অন্ততঃ এজন অভিজ্ঞ যোদ্ধাক দেশৰ ভাৰ দিয়া উচিত। অৱশ্যে তেওঁক নিয়মমতে নিৰ্ব্বাচিত কৰিব লাগিব। এই কাৰণে তেওঁ জেনেৰেল নেল্‌চনক তেওঁৰ পৰৱৰ্ত্তী শাসনকৰ্ত্তা হিচাপে নিৰ্ব্বাচিত কৰি লবলৈ সকলো ৰাজনৈতিক শক্তি নিয়োগ কৰিছিল।

জেফাৰচনৰ শাসনাধিকাৰত জেনেৰেল নেল্‌চনে এক বিশেষ স্থান অধিকাৰ কৰিছিল। তেওঁ শাসন-ব্যৱস্থাৰ কামত তেওঁৰ ব্যক্তিগত আধিপত্য, সামৰিক দক্ষতা আৰু তেওঁৰ অগাধ সম্পত্তি ব্যৱহাৰ কৰিছিল। জৰুৰী সামৰিক শাসনকৰ্ত্তা নিৰ্ব্বাচিত হোৱাৰ পিছৰপৰাই তেওঁ বিবেক-বিবেচনাৰে কাম কৰিবলৈ ধৰিলে। তেওঁৰ শাসনকালত ভাৰ্জিনিয়াবাসীসকলে একনায়কত্বৰ অলপ সোৱাদ পাইছিল।

নেলচনে জনসাধাৰণক জোৰ-কৰি সৈন্যবাহিনীত যোগদিবলৈ বাধ্য কৰিছিল। যান-বাহনাদি, অশ্ব, ক্ৰীতদাস আৰু দেশৰ প্ৰয়োজনীয় বস্তু গোটেই দেশখনৰ কাৰণে বাজেয়াপ্ত কৰিছিল। নিজৰ স্বাস্থ্য আৰু ধনসম্পত্তি উজাৰ কৰি-দি দেশৰ কাম কৰা সত্ত্বেও তেওঁ দেশবাসীক জেফাৰচনতকৈ বেছি আনন্দ দিবপৰা নাছিল। ছমাহ কাম কৰাৰ পিছত তেওঁ পদত্যাগ কৰিলে। এইবাৰ তেওঁ বিধানসভাত উপস্থিত হৈ তেওঁৰ বিৰুদ্ধে অনা অভি-যোগবোৰৰ উত্তৰ দিবলগাত পৰিছিল।

ইতিমধ্যে জেফাৰচনে তেওঁৰ পত্নীৰ জমিদাৰী বেদফোৰ্ড কাউন্টিৰ 'পপুলাৰ ফৰেস্ট'ত পৰিষদৰ আগন্তুক অধিবেশনৰ কাৰণে অপেক্ষা কৰি আছিল। তেওঁ ঠিক কৰিছিল যে অধিবেশনত উপস্থিত থাকি তেওঁৰ বিৰুদ্ধে অনা অভিযোগবোৰ খণ্ডন কৰি স্থায়ীভাৱে সাধাৰণ জীৱনযাপন কৰিব। চৰকাৰী কামত আৰু কেতিয়াও যোগ নিদিব।

আগস্টমাহত লেফায়েতে কন্টিনেণ্টাল কংগ্ৰেচৰ প্ৰেসিডেণ্টৰ পৰা উত্তেজনাপূৰ্ণ এখন চিঠি জেফাৰচনলৈ লৈ আহিল। কিন্তু তেওঁৰ বিৰুদ্ধে অনা অভিযোগবোৰৰ উত্তৰ নিদিয়াকৈ জেফাৰচনে যাব নোৱাৰে। বিদেশত যুক্তৰাজ্যক প্ৰতিনিধিত্ব কৰিবলৈ যি প্ৰস্তাৱ তেওঁলৈ আগবঢ়োৱা হৈছিল তেওঁ হাঁহিমুখে সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে।

আইনসভাৰ পৰৱৰ্ত্তী অধিবেশনৰ আগতে যুদ্ধ শেষ হৈছিল। কৰ্ণৱালিচে ইয়ৰ্ক-টাউনত আত্মসমৰ্পণ কৰিলে। ভাৰ্জিনিয়াই শত্ৰুৰ কবলৰপৰা মুক্তি পাই আনন্দত মতলীয়া হ'ল। তেওঁলোকৰ মনৰ পৰা বিদ্বেষ-ভাৱ আঁতৰি গ'ল। এমাহ পিচত নবেম্বৰ মাহত যেতিয়া আলবিমাৰ্লে কাউন্টিৰপৰা নগৰ পৰিষদৰ নিৰ্ব্বাচনত জেফাৰচন যেতিয়া উঠিল তেতিয়া সকলোৱে একমুখে তেওঁক সমৰ্থন কৰিলে। জেফাৰ-চনে গম্ভীৰভাৱে থিয় হৈ সকলোকে সম্বোধন কৰি ক'লে—"পৰিষদৰ যোৱা অধিবেশনত মোৰ বিৰুদ্ধে বহুত অভিযোগ আহিছিল, সেইটো হয়তো আপোনালোকৰ মনত আছে। আপোনালোকৰ আগৰ

যিবোৰ অভিযোগ আছিল সেইবোৰ এতিয়া আকৌ আপোনালোকে উত্থাপন কৰিব পাৰে। মই আজি আটাইবোৰ অভিযোগৰ উত্তৰ দিম।"

কোনেও উত্তৰ নিদিলে। ইচ্ছা কৰিয়েই জৰ্জ নিকলাচ উপস্থিত আছিল। কিছু সময় নিস্তব্ধতাৰ পিছত জেফাৰচনে আগৰ অভি-যোগ বিলাক এটা এটাকৈ আগতে খণ্ডন কৰি গ'ল।

তৎক্ষণাতে এজন সদস্য উঠি জেফাৰচনৰ নিৰপেক্ষ, ন্যায্য আৰু একনিষ্ঠ শাসন-ব্যৱস্থাৰ কাৰণে ধন্যবাদ জনোৱাৰ প্ৰস্তাৱ তুলিলে। প্ৰস্তাৱটো দুয়োটা পৰিষদতে গৃহীত হ'ল।

কিন্তু নগৰ-পৰিষদৰ পিছৰ অধিবেশনত জেফাৰচনক দেখা নগল। নিজৰ প্ৰতিজ্ঞা পালন কৰিবৰ কাৰণে জীৱনৰ বাকী দিনকেইটা সাধাৰণ নাগৰিক হিচাপে কটাব বুলি তেওঁ মণ্টিচেললৈ উভতি গ'ল। তেওঁৰ যিবোৰ বন্ধুবৰ্গই তেওঁৰ ৰাজনৈতিক প্ৰতিদ্বন্দ্বীৰ বিৰুদ্ধে থিয় হৈছিল, তেওঁলোকেও জেফাৰচনৰ এনে সিদ্ধান্ত ভাল নেপালে। কাৰণ তেওঁলোকে জানিছিল গণতান্ত্ৰিক দেশৰ নানা পৰিকল্পনাত তেওঁ কিমান অপৰিহাৰ্য্য আছিল। তেওঁলোকে জেফাৰচনৰ মুখৰ ওপৰত অপ্ৰিয় কথা কবলৈও দ্বিধা নকৰিলে। জেমচ্ মন্‌ৰোৱে জেফাৰচনলৈ নিজে চিঠি লিখি তেওঁৰ কাৰণে কৰা আন্দোলনৰ বিষয়ে জনাইছিল।

জেফাৰচনে তাৰ উত্তৰত লিখিছিল যে তেওঁৰ বিন্দুমাত্ৰ ৰাজনৈতিক উচ্চাকাঙ্ক্ষা নাই। যিসকলে তেওঁৰ লগত কাম কৰি আহিছে তেওঁলোকে তেওঁৰ কামৰ উদ্দেশ্য জানিছিল—তেওঁলোকেও তেওঁৰ কাম অনুমোদন নকৰাত তেওঁ যি আঘাত পাইছিল তাৰ কাৰণে তেওঁ সমূলি সাজু নাছিল। তেওঁ চিঠিখন এইকেইটা কথাৰে শেষ কৰিলে "মই অনুভৱ কৰিছোঁ, মই যি আঘাত পাইছোঁ সেই আঘাতৰ পৰা মোক একমাত্ৰ মৃত্যুৱেহে আৰোগ্য কৰিব পাৰিব।"

কিছুদিনৰ পিছত জৰ্জ নিকলাচে ক্ষমা প্ৰাৰ্থনা কৰি এখন পত্ৰ প্ৰকাশ কৰিছিল। তাৰ পিছত জেফাৰচনৰ এইদৰে অৱসৰ গ্ৰহণ কৰি অকলশৰীয়া জীৱন-যাপন কৰাৰ কোনো অজুহাত নেথাকিল।

# দশম অধ্যায়

## যুদ্ধলৈ প্ৰত্যাৱৰ্ত্তন

ঘৰত আনন্দৰ সঁফুৰা আছিল কাৰণেই জেফাৰচনে ৰাজনীতিৰ পৰা এনেভাৱে আঁতৰি থকাৰ কল্পনা কৰিব পাৰিছিল। যোৱা দু'বছৰে ফিলাডেলফিয়া আৰু উইলিয়ামচ্‌বাৰ্গত নানান কামত খুব ব্যস্ত থকাৰ কাৰণে তেওঁ ঘৰৰ কোনো বিষয়েই চকু দিবপৰা নাছিল।

তেওঁৰ কামবোৰৰ ভিতৰত প্ৰথম কাম হ'ল মন্টিচেলৰ ঘৰটোৰ কাম শেষ কৰা। কৃষকৰ কামত মনোনিবেশ কৰি তেওঁ সাৰ্থক জীৱনৰ দুটা আদৰ্শৰ এটা পৰিপূৰ্ণ কৰিলে।

তেওঁৰ দ্বিতীয় আদৰ্শ আছিল—বৈজ্ঞানিক জীৱন-যাপন কৰা। কলেজীয়া জীৱনতে তেওঁ অধ্যাপক স্মলৰপৰা শিক্ষা পাইছিল যে যেইকোনো কথাতে কাণ নিদি জীৱনত আচল তথ্য আৰু সংবাদবোৰ গ্ৰহণ কৰিব লাগে। সেইকাৰণে পাঁচ বছৰ ধৰি তেওঁ আশেপাশে হোৱা বৃষ্টিপাতৰ খবৰ, তাপমানযন্ত্ৰৰপৰা সৰ্ব্বাপেক্ষা ঠাণ্ডা আৰু গৰম আবহাওৱাৰ হিচাপ, বতাহৰ গতি ইত্যাদিৰ বিষয়ে সকলো বিৱৰণ সঠিকভাৱে সংগ্ৰহ কৰিছিল। এতিয়া মন্টিচেললৈ আহিও জেফাৰচনে বৰফ-পৰা, বিভিন্ন গছ-লতাৰ, ফুল-ফল লগা, কীট পতঙ্গৰ নানা বাৱহাৰ লক্ষ্য কৰি কৰি লিখিছিল। কোন্‌দিনা বছৰৰ কিহৰ আঙা বা ফল প্ৰথম খাব লাগে সেইবোৰো লক্ষ্য কৰিছিল।

তেওঁ এই আটাইবোৰ তথ্যপদ্ধতি এখন নোটবুকত লিপিবদ্ধ কৰি ৰাখিছিল। ভাৰ্জিনিয়াৰ বিষয়ে কোনো আকৰ্ষণযোগ্য ঘটনা

শুনিলে তেওঁ সেইবোৰে লিখি ৰাখিছিল। কোনো কথা ভৱিষ্যতে তেওঁ বা ওচৰচুবুৰীয়াৰ কামত আহিব পাৰে যেন লাগিলে তেওঁ তাক লিখি থৈছিল। এইদৰে দেশৰ প্ৰাকৃতিক সম্পদ, উৎপন্ন বস্তু, দেশবাসী, দেশৰ ভৌগোলিক সীমা, ৰাষ্ট্ৰৰ আইন-কানুন, ৰীতি-নীতি আদি বিষয়বোৰ সংগ্ৰহ কৰোঁতে কৰোঁতে তেওঁৰ নিজৰ অজ্ঞাতে তেওঁ আমেৰিকাৰ প্ৰথম প্ৰকৃত ভূতত্ত্ববিদ হৈ পৰিল।

মিচেচ জেফাৰচনৰ দ্বিতীয় সন্তান হোৱাৰ পিছৰ পৰাই তেওঁৰ স্বাস্থ্য ভাঙি পৰিল আৰু দিনে দিনে তেওঁ দুৰ্ব্বল হৈ পৰিল। ১৭৮২ চনৰ চেপ্তেম্বৰৰ ৬ তাৰিখে মিচেচ্ জেফাৰচন তেওঁৰ তিনি-গৰাকী কন্যা—মাৰ্থা, চাৰি বছৰীয়া মেৰী আৰু কেচুৱা লুচি এলিজাবেথক এৰি থৈ ইহলীলা সম্বৰণ কৰিলে। টমাচ জেফাৰচনে এইবাৰ সিঁহতৰ মাক আৰু দেউতাকৰ দায়িত্ব সমভাৱে লবগলগীয়া হ'ল। এই সন্তানকেইটাক ডাঙৰ-দীঘল কৰিবৰ কামত নিজক ব্যস্ত-ৰাখি তেওঁ পত্নী মাৰ্থাৰ শোক পাহৰিবৰ চেষ্টা কৰিলে।

দেশৰ বিধিব্যৱস্থাৰ ভাৰ এতিয়া কংগ্ৰেচৰ ওপৰত। ১৭৮১ চনত কনফেডাৰেচনৰ ধাৰা অনুযায়ী এই কংগ্ৰেচ প্ৰতিষ্ঠা হৈছিল। এম্প্‌হিলত থাকোঁতেই জেফাৰচনে খবৰ পালে যে তেওঁক মন্ত্ৰী পদত নিযুক্ত কৰা হৈছে। এতিয়া তেওঁ ইংলণ্ডৰ লগত সন্ধিপত্ৰ সম্পাদন কৰিবৰ কাৰণে বেঞ্জামিন ফ্ৰাঙ্কলিন আৰু জন্ জে-ক সহায় কৰিবলৈ পেৰিচলৈ যাব লাগিব। জেফাৰচনৰ বন্ধুবান্ধৱবোৰে তেওঁৰ পত্নী-বিয়োগৰ কথা শুনি ভাবিছিল যে এইবাৰ হয়তো তেওঁ পুণৰ দেশ আৰু ৰাইজৰ কামলৈ আগ বাঢ়িব। দৰাচলতে জেফাৰচনেও এইবাৰ তাকেই ভাবিছিল। তেওঁ দেশৰ দায়িত্বপূৰ্ণ কামবিলাকৰ মাজেদি আপোনপাহৰা হৈ থাকিবৰ সুযোগকে মনে মনে বিচাৰি-ছিল।

জাৰকালি ফ্ৰান্সলৈ যাবৰ কাৰণে জেফাৰচন খুব লৰা-লৰিকৈ ৰাল্টিমোৰ বন্দৰত উপস্থিত হ'ল। তেওঁক লৈ-যাবৰ কাৰণে

বন্দৰত ফ্ৰান্সৰ ৰণতৰী সাজু হৈ আছিল। কিন্তু বন্দৰ পাই তেওঁ দেখিলে যে ৰণতৰীটোক বৰফে ঢাকি ধৰিছে আৰু ইংৰাজৰ যুদ্ধ জাহাজবোৰে তেতিয়াও পোতাশ্ৰয় অৱৰোধ কৰি আছে। এইবোৰ অসুবিধা আঁতৰাওঁতে বহুত দেৰি হৈ গ'ল। বিদেশৰ ডাক ৰব বেলিকৈ পালেহি। এই ডাকত খবৰ আছিল যে সন্ধিপত্ৰৰ প্ৰথম প্ৰস্তাৱ ইতিমধ্যে চহী হৈ গৈছে। জেফাৰচনৰ যোৱাৰ আৰু আৱশ্যকতা নাই। তেনেহলে জেফাৰচনৰ ফ্ৰান্সলৈ যোৱা চিৰকালৰ কাৰণে বন্ধ হৈ গল নে কি?

জেফাৰচন মন্টিচেলোলৈ আকৌ ঘূৰি আহিল। গ্ৰীষ্মকালটো তেওঁ মনোকষ্টৰ মাজেদি কটালে। আগৰদৰেই তেওঁ কঠোৰ পৰিশ্ৰম কৰিছিল, কিন্তু আগৰদৰে কাম কৰি আনন্দ নেপাইছিল।

ইফালে জেফাৰচনৰ বন্ধুবোৰে তেওঁক পুণৰ ৰাজনীতি-ক্ষেত্ৰলৈ আনিবলৈ চেষ্টা কৰিছিল। সেই গ্ৰীষ্মকালতে তেওঁ ভাৰ্জিনিয়াৰ-পৰা যুক্তৰাজ্যৰ কংগ্ৰেচৰ অধিবেশনত যোগদান কৰিবৰ কাৰণে নিৰ্ব্বাচিত হৈছিল। নভেম্বৰ মাহৰপৰাই তেওঁ তেওঁৰ কৰিবলগা কামবিলাকত লাগি গ'ল।

এইবাৰ অধিবেশনত কংগ্ৰেচৰ এটা বিশেষ কাম আছিল—নতুন জাতিৰ কাৰণে নিজস্ব মুদ্ৰানীতিৰ ব্যৱস্থা কৰা। প্ৰথমতে বৃটিচ পদ্ধতিকে গ্ৰহণ কৰাৰ প্ৰস্তাৱ হ'ল। বৃটিচ পদ্ধতিমতে চাৰি ফাৰদিঙত এক পেনি, চাৰি পেনিত এক চিলিং। বিশ চিলিঙত এক পাউণ্ড, একৈশ চিলিঙত এক গিনি। দুই চিলিঙত এক ফ্লোৰিন আৰু আঢ়ৈ চিলিঙত আধা ক্ৰাউন হয়। এই পদ্ধতিৰ ইমানবোৰ হিচাপ-পত্ৰ দেখি জেফাৰচন আৰু তেওঁৰ কেইবাজনো বন্ধুৱে ভয় খাই এই পদ্ধতি ত্যাগ কৰিলে। তেওঁলোকে তেওঁলোকৰ দেশত নতুন গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিছে আৰু সেয়েহে তেওঁলোকে নতুন মুদ্ৰা প্ৰচলন কৰাৰ সুযোগ ত্যাগ কৰিব কিয়?

বৰ্ত্তমান আমেৰিকাৰ প্ৰচলিত দশমিক মুদ্ৰাৰ কথা যেতিয়া

মৰিচে প্ৰথমে প্ৰস্তাৱ কৰিলে জেফাৰচনে সেই প্ৰস্তাৱত তৎক্ষণাত মান্তি হ'ল। প্ৰতি মুদ্ৰাৰ লগতে তাৰ পিচৰ মুদ্ৰাৰ দশমিকৰ সম্বন্ধ থাকিব, দহ মিলে এক চেণ্ট আৰু দহ চেণ্টে এক ডাইম, দহ ডাইমে এক ডলাৰ আৰু দহ ডলাৰে এক ঈগল ইত্যাদি। স্পেনদেশীয় ডলাৰকে আমেৰিকাৰ মুদ্ৰাব্যৱস্থাৰ আচল ভেটি কৰি লোৱা হৈছিল। 'মিল' শব্দটো লেটিন ভাষাৰপৰা আহিছে—ইয়াৰ অৰ্থ এহেজাৰ ভাগৰ এভাগ। চেণ্টৰ অৰ্থ হ'ল এশভাগৰ এভাগ আৰু ডাইমৰ অৰ্থ দহভাগৰ এভাগ।

এইবাৰ কংগ্ৰেচত জেফাৰচনৰ আটাইতকৈ জৰুৰী কাম হ'ল উত্তৰ-পশ্চিমৰ যি অঞ্চলটো ভাৰ্জিনিয়াই যুক্তৰাজ্যক সমৰ্পণ কৰিছিল তাৰ কাৰণে তেওঁ এক শাসনপদ্ধতিৰ প্ৰস্তাৱ ডাঙ্গি ধৰিছিল। ইয়াৰ লগতে তেওঁ প্ৰস্তাৱ কৰিছিল যে যিবোৰ অঞ্চল যুক্তৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত হৈছে বা ভৱিষ্যতে হব সেই ৰাজ্যবোৰক কিছুমান ভাগত ভগাব লাগিব। এই ব্যৱস্থাই সমগ্ৰদেশৰ উন্নতি সাধিত হব। এই প্ৰস্তাৱক ৰাজনৈতিক নহয়, জাতীয় প্ৰশ্ন বুলিহে অভিহিত কৰিবলৈ তেওঁ সকলোকে অনুৰোধ জনাইছিল।

তেওঁ ইয়াৰ দ্বাৰাই স্টেট আৰু যুক্তৰাষ্ট্ৰৰ কাৰণে বেলেগ বেলেগ নাগৰিকত্বৰ অস্তিত্ব স্বীকাৰকৰা নাছিল। ইয়াৰপৰা অনুমান হয় যে তেতিয়াৰপৰাই জেফাৰচনে বহু 'স্টেট'-সম্বলিত এখন বিৰাট কেন্দ্ৰীয় যুক্তৰাজ্যৰ সপোন দেখিছিল।

তাৰোপৰি এই অঞ্চলবোৰ স্টেটত পৰিণত নোহোৱালৈকে সেইবোৰ যি শাসনব্যৱস্থাৰ দ্বাৰা পৰিচালিত হব তাৰও এটা প্ৰস্তাৱ তেওঁ কৰিছিল। এই অঞ্চলৰ অধিবাসীবোৰৰ নিজে সাময়িকভাৱে চৰকাৰ প্ৰতিষ্ঠা কৰিবৰ অধিকাৰ আছিল। কিন্তু তেওঁলোকে দুটা চৰ্ত্ত মানিব লাগিব। (১) প্ৰথমতে, এই চৰকাৰৰ কৰ্ম্মপদ্ধতি গণ-তান্ত্ৰিক হব লাগিব আৰু যিবোৰে তেওঁলোকৰ বংশানুক্ৰমে উপাধিবোৰ লৈ থাকিব তেওঁলোকক নাগৰিকৰ অধিকাৰ দিয়া

নহব। (২) দ্বিতীয়তে ১৮০০ খৃষ্টাব্দৰ পৰা দাস প্ৰথা সকলো ৰাজ্যত নিষিদ্ধ হব।

যেতিয়া এই অংশৰ স্বাধীন অধিবাসীৰ সংখ্যা সেই আগৰ তেখন ৰাজ্যৰ আটাইতকৈ কম বসতিপূৰ্ণ ৰাজ্যখনৰ সমান লোক-সংখ্যা হব তেতিয়া এই অঞ্চলক আন স্টেটৰ সমান মৰ্যাদা দিয়া হব।

জেফাৰচনে কংগ্ৰেচত তেওঁৰ এই পৰিকল্পনাটো দাখিল কৰিলে। পৰিকল্পনাটো গৃহীত হ'ল। অৱশ্যে ইয়াৰ সামান্য সালসলনি কৰা হৈছিল। দাসপ্ৰথা আৰু বংশানুক্ৰমে লাভ কৰা উপাধি ত্যাগ বিষয় দুটা বাদ দিয়া হৈছিল। এই পৰিবৰ্ত্তন সত্ত্বেও জেফাৰচনে যুক্তৰাজ্যৰ স্টেটৰ বিষয়ে পৰিকল্পনা পোন প্ৰথমে প্ৰস্তুত কৰিছিল বুলিয়ে তেওঁক আমেৰিকাৰ স্টেট পদ্ধতিৰ জনক বুলিব পাৰি। আজি যে কালিফোৰ্ণিয়াৰ নাগৰিকে আৰু মেচাচুচেট্‌চৰ নাগৰিকৰ লগত সমানে অধিকাৰ লাভ কৰিছে, তাৰ বাবে জেফাৰচনেই ধন্যবাদৰ পাত্ৰ।

কংগ্ৰেচত থাকোঁতে নতুন সাধাৰণতন্ত্ৰক বেছি সংঘবদ্ধ আৰু শক্তিশালী কৰি তুলিবৰ যি প্ৰচেষ্টা তেওঁ কৰিছিল সেই প্ৰচেষ্টাই এইবাৰৰ কংগ্ৰেচত তেওঁৰ শেষ উল্লেখযোগ্য কাম। ইউৰোপৰ বিভিন্ন দেশৰ লগত বাণিজ্যচুক্তি সম্পাদন কৰিবলৈ দেশে দেশে মন্ত্ৰীসকলক পঠিয়াবলৈ তেওঁ প্ৰস্তাৱ কৰিছিল। এনে ব্যৱস্থা কৰিব লাগিব যাতে ইউৰোপে, যুক্তৰাজ্যক এটা জাতি হিচাপে গ্ৰহণ কৰে। নানা দেশৰ ৰাজধানীত থাকিব লগা আমেৰিকাৰ ৰাষ্ট্ৰদূতৰ কাৰণে কিছুমান নিৰ্দ্দেশৰ এখন তালিকা জেফাৰচনে প্ৰস্তুত কৰিলে। এইবোৰৰ ভিতৰত যে কেৱল বাণিজ্যচুক্তিৰ বিষয়ে নিৰ্দ্দেশ আছিল, এনে নহয়। যুদ্ধবিগ্ৰহৰ সময়তো জাতিবোৰে যাতে সম্পূৰ্ণভাৱে মনুষ্যত্ব জলাঞ্জলি নিদিয়ে সেই বিষয়েও কিছুমান নিৰ্দ্দেশ আছিল। আমেৰিকাৰ বৈদেশিক মন্ত্ৰীবোৰে বিভিন্নদেশৰ চৰকাৰক

এই চৰ্ত্তবোৰ মানি লবলৈ বাধ্য কৰাৰ বিষয়েও নির্দ্দেশ দিয়া আছিল।

জেফাৰচনৰ বিধানবোৰৰ ভিতৰত চৰকাৰে কৰা জবৰদস্তি, লুটপাট, নিৰপেক্ষৰ ওপৰত উৎপীড়ন, কুংক, মৌনবাৱসায়ী আৰু আন বেচৰকাৰী নাগৰিকৰ প্ৰতি অত্যাচাৰ আদি নিষিদ্ধ আছিল। তেওঁৰ বিধান অনুসৰি চৰকাৰে কোনো সম্পত্তি বাজেয়াপ্ত কৰিব নোৱাৰে, বন্দীবোৰক অস্বাস্থ্যকৰ ঠাইত ৰাখিব নোৱাৰে আৰু সাগৰৰ পাৰত লুটপাট কৰিব নোৱাৰে। সৈন্য আৰু নাবিকৰ ভিতৰতে যুদ্ধক সীমাবদ্ধ কৰি ৰাখিব লাগিব।

জেফাৰচনৰ এই নির্দ্দেশবোৰ সর্ব্বান্তঃকৰণে কংগ্ৰেচত গৃহীত হৈছিল।

# একাদশ অধ্যায়

## ফ্রান্স

যি দিনা কংগ্রেচে, বিদেশত অৱস্থিত মন্ত্ৰীমণ্ডলীৰ উদ্দেশ্যে ৰচিত জেফাৰচনৰ নির্দ্দেশাৱলী অনুমোদিত কৰিলে সেইদিনাই কংগ্ৰেচে তেওঁক গোটেই ইউৰোপ ভ্ৰমণ কৰি তাৰ পৰিস্থিতি পৰিদর্শন কৰিবৰ কাৰণে যুক্তৰাজ্যৰ মন্ত্ৰী নিযুক্ত কৰিলে। বেঞ্জামিন ফ্ৰেঙ্কলিন আৰু জন আডামচ্‌ আগৰে পৰাই পৰিচিত আছিল। জেফাৰচনৰ কৰ্ত্তব্য হ'ল তেওঁৰ নির্দ্দেশাৱলী এওঁলোক দুইজনক বুজাই দিয়া আৰু বিদেশৰ লগত নতুন নতুন চুক্তিপত্ৰৰ পৰিকল্পনা কৰা কামত সহায় কৰা।

স্বাধীনতা ঘোষণাৰ অষ্টম বছেৰেকীয়া উৎসৱৰ পিছদিনা, ১৭৮৪ চনৰ ৫ জুলাইৰ দিনা বোস্টন বন্দৰৰ পৰা টমাচ জেফাৰচন আৰু তেওঁৰ কন্যা মাৰ্থাক লৈ "চিৰিচ" জাহাজখন ফ্ৰান্সলৈ যাত্ৰা কৰিলে। প্ৰথমে জেফাৰচনে পেৰিচত থকাকে ঠিক কৰিলে। মাৰ্থাক এখন খ্যাতনামা কনভেণ্ট স্কুলত নাম লগাই দিলে। কিছুদিনৰ পিছত তেওঁৰ দ্বিতীয় কন্যা পলিকো সেই স্কুলত নাম লগাই দিলে।

পেৰিচত জেফাৰচন বৰ ব্যস্ত আছিল। প্ৰথমে তেওঁ ফ্ৰেঙ্কলিন আৰু আডামচ্‌ক চুক্তি সম্পাদনৰ নতুন নির্দ্দেশাৱলী আৰু যুদ্ধ-বিগ্ৰহৰ নতুন নিয়মাৱলী বুজাই দিলে। তাৰ পিছত এই তিনিজন মন্ত্ৰীয়ে ইউৰোপৰ বিভিন্ন ৰাজসভালৈ পঠাবৰ কাৰণে বিশেষ চুক্তিপত্ৰ ৰচনা কৰিলে। পেৰিচৰ ওচৰৰ পেচিত, ফ্ৰেঙ্কলিনৰ ঘৰতে এইবোৰ কামৰ বেছিভাগেই কৰা হৈছিল।

এইতিনিজন আমেৰিকান ৰাজনীতিজ্ঞই জেফাৰচনৰ নিৰ্দ্দেশাৱলীৰ ভিত্তিত এখন আদৰ্শ চুক্তিপত্ৰ ৰচনা কৰিলে। ফ্ৰেঙ্কলিনে তেওঁৰ ছাপাখানাত ইয়াৰ কেইকপিমান ছপাই ফৰাচী ৰাজনীতিবিদসকলৰ মাজত বিলাই দিলে।

প্ৰুচিয়াৰ ফ্ৰেডাৰিক্ দি গ্ৰেটে সৰ্ব্বপ্ৰথমে আমেৰিকাৰ লগত কৰা চুক্তিপত্ৰত স্বাক্ষৰ কৰিলে। ডেনমাৰ্ক আৰু টাচকেনিৰ লগত কথা-বতৰা আৰম্ভ হ'ল। এইসময়তে ফ্ৰেঙ্কলিন দেশলৈ উভতি যোৱাৰ অনুমতি পালে আৰু তেওঁৰ ঠাইত জেফাৰচনে ৰাষ্ট্ৰদূত নিযুক্ত হ'ল।

ফ্ৰেঙ্কলিন দেশলৈ উভতিল। আডাম্‌চক আমেৰিকাৰ মন্ত্ৰী কৰি ইংলণ্ডলৈ পঠোৱা হ'ল। তেতিয়া পেৰিচৰ ৰাষ্ট্ৰদূত আৰু বাণিজ্যদূত এই দুই পদত জেফাৰচন নিযুক্ত হ'ল। ইয়াৰ ফলত কূটনৈতিক আৰু বাণিজ্য-সম্বন্ধীয় বিষয়ৰ সকলো ভাৰ তেওঁৰ ওপৰত পৰিল।

১৭৮৬ চনৰ আগ ভাগত জেফাৰচনে ইংলণ্ডৰ পৰা উৎসাহজনক সংবাদ পালে। জন আডাম্‌চে লিখিছে যে অৱশেষত ইংলণ্ডই তেওঁৰ পুৰণি উপনিবেশবোৰৰ লগত বন্ধুত্বমূলক চুক্তি সম্পাদন কৰিবলৈ সাজু আছে বুলি মনে ধৰে। জেফাৰচন লণ্ডনলৈ আহি আডামচক এই কাৰ্যত সহায় কৰিব পাৰিবনে নোৱাৰে তেওঁ সুধি পঠিয়ালে। জেফাৰচনে লৰালৰিকৈ লণ্ডনলৈ আহিল আৰু আমেৰিকাৰ দুজন ৰাষ্ট্ৰদূত লগলাগি এটা সংক্ষিপ্ত চুক্তিপত্ৰৰ প্ৰস্তাৱ ৰচনা কৰিলে।

লণ্ডনলৈ আহি আডাম্‌চে পোৱা ব্যৱহাৰ দেখি জেফাৰচন স্তম্ভিত হৈছিল। তেওঁ পেৰিচত পোৱা আন্তৰিক ব্যৱহাৰৰ কথা পাহৰা নাছিল। তেওঁ পিছত লিখিছিল "মই যেতিয়া ৰাজদৰবাৰত উপস্থিত হৈছিলোঁ, তেওঁলোকে যেনেকৈ মিঃ আডাম্‌চ আৰু মোক লক্ষ্য কৰিছিল তাতকৈ বেছি অসৌজন্যপূৰ্ণ ব্যৱহাৰ কাৰোৰ প্ৰতি কৰা সম্ভৱ নহয়।" আমেৰিকাৰ প্ৰস্তাৱবোৰৰ বিষয়ে ইংলণ্ডৰ পৰৰাষ্ট্ৰসচিৱৰ মনোভাৱ উদাসীন আৰু অসৰল আছিল।

সাত সপ্তাহ ধৰি এনেধৰণৰ অপমান আৰু অৱহেলাৰ পিছত চুক্তিৰ

প্ৰচেষ্টা ত্যাগ কৰি জেফাৰচন ফ্ৰান্সলৈ উভতি গ'ল। ফৰাচী মন্ত্ৰী-বোৰে যেতিয়া এইবুলি অভিযোগ কৰিলে যে ফ্ৰান্স গ্ৰেটবৃটেনতকৈ আমেৰিকাৰ লগত বেছি বন্ধুভাবাপন্ন হলেও আমেৰিকাই ইংলণ্ডৰ লগতে বেছি ব্যৱসায়বাণিজ্য কৰিছিল, তেতিয়া জেফাৰচনে তেওঁলোকক সহানুভূতি নেদেখুৱাকৈ থাকিব নোৱাৰিলে। লগতে জেফাৰচনে কলে যে ফ্ৰান্সে আমদানী বস্তুৰ ওপৰত খুব বেছি কৰ লগাইছে। সেই কাৰণে আমেৰিকাই ফ্ৰান্সত নিজৰ বস্তু বেচিব নোৱাৰে। আমদানী বস্তুৰ ওপৰত শুল্কৰ হাৰ কমাবৰ কাৰণে তেওঁ ফ্ৰান্সক বিশেষভাৱে উৎসাহিত কৰিবলৈ ধৰিলে।

জেফাৰচনে ফ্ৰান্সৰ পৰা আমেৰিকালৈ অবিৰাম তথ্যপাতি পঠাবলৈ ধৰিলে। তেওঁ নতুন নতুন যিবোৰ আবিষ্কাৰৰ কথা জানিব পাৰিছিল সেইবোৰ ইয়েল, হাৰ্ভাৰ্ড, উইলিয়াম এণ্ড মেৰী আৰু কলেজ অব ফিলাডেলফিয়া—এই চাৰিটা কলেজলৈ নিয়মিত চিঠিপত্ৰ লিখি জনাই আছিল। সেইবোৰ কলেজত যিবোৰ কিতাপ ৰখা উচিত তাৰ নামবোৰ তেওঁ লিখি পঠিয়াইছিল। তেওঁৱেই পোন প্ৰথমে আমেৰিকাত ৱাটৰ ষ্টীম ইঞ্জিনৰ সাফল্যৰ সংবাদ প্ৰেৰণ কৰিছিল। "এটা ঘোঁৰাই এদিনত যিমান কাম কৰিব পাৰে, এই যন্ত্ৰৰ সহায়ত প্ৰায় এঘাৰ সেৰ কয়লাৰে সিমান খিনি কাম কৰিব পাৰি।" ফ্ৰান্সৰ ৰাইজৰ লগতে পৰম উৎসাহেৰে তেওঁ বেলুন আৰু বিমান বিষয়ক বিজ্ঞান অধ্যয়ন কৰিব ধৰিলে। এদিন পেৰিচৰ ওচৰৰ এখন গাৰ্ডত ফুৰি-ফুৰোঁতে পৰি তেওঁৰ সোঁহাতখন ভাগিল। হাৰ এডাল ভাগি তেওঁ বৰ আঘাত পালে। ভগা হাৰডোখৰ মঙহৰ ভিতৰত এনেকুৱাকৈ সোমালে যে তাক ভালকৈ যোৰা দিয়া সম্ভৱপৰ নহ'ল। তেওঁৰ সোঁহাতখন চিৰদিনৰ কাৰণে নষ্ট হৈ গ'ল। জীৱনৰ শেষলৈকে এইটো এটা বাধা হৈ থাকিল। চিৰকালৰ কাৰণে বেহেলা বজোৱা বন্ধ হৈ গ'ল। পিছলৈ তেওঁ বাওঁহাতেৰেই সোঁহাতৰদৰে ভালদৰে লিখিব পাৰিছিল।

## দ্বাদশ অধ্যায়

### প্ৰৱাসত থকা পৰিয়াল

সেই সময়ত ফ্ৰান্সত ফৰাচী বিপ্লৱৰ জুই দপদপাই জ্বলিছিল। ফ্ৰান্স অশান্ত হৈ পৰিছিল।

১৭৮৮-৮৯ চনৰ জাৰকালিটো পেৰিচৰ কাৰণে খুব ভয়ঙ্কৰ হৈ পৰিছিল। ফ্ৰান্সৰ আন আন ঠাইৰ পৰা অহা খবৰবোৰও ভয়াবহ আছিল। দেশৰ অৰ্থনৈতিক পৰিস্থিতি দিনে দিনে বেয়াৰ ফালেহে গৈছিল। খোৱা বস্তুৰ ইমান অভাৱ হৈছিল যে অভিজাত সম্প্ৰদায়ৰ মাজত নৈশ-ভোজলৈ নিমন্ত্ৰিত অতিথিবোৰে নিজৰ নিজৰ খোৱা বস্তু লগত লৈ অহাটো বুদ্ধিমানৰ কাম বুলিয়েই বিবেচিত হৈছিল।

জেফাৰচনে ময়দা পঠাবৰ কাৰণে আমেৰিকালৈ চিঠি লিখিলে। এই চিঠিখন বাতৰি কাকতত প্ৰকাশিত হ'ল। ইয়াৰ ফলত আমেৰিকাই ফ্ৰান্সলৈ ৩৫,০০০ ব্ৰাম ময়দা পঠিয়াই দিলে।

স্বাধীনতা ঘোষণাপত্ৰৰ ৰচক জেফাৰচন ফৰাচীসকলৰ কাৰণে আছিল স্বাধীনতা ধৰ্ম্মৰ মহান্ পুৰোহিত। তেওঁ কেৱল ভাব-প্ৰৱণ মতবাদ প্ৰচাৰকেই নাছিল, এজন কাৰ্য্যক্ষেত্ৰত অভিজ্ঞ ৰাজনীতিবিদও আছিল। তেওঁ ভাৰ্জিনিয়াৰ ধৰ্ম্ম, স্বাধীনতাৰ আইন ৰচনা কৰাত আগ-ভাগ লৈছিল আৰু চৰকাৰী শিক্ষাৰ কাৰণে এক পূৰ্ণাঙ্গ পৰিকল্পনা কৰিছিল।

গতিকে লাফায়েতৰ দৰে উদাৰ-পন্থী আৰু সংস্কাৰকৰ দলে ফ্ৰান্সৰ বুৰঞ্জীত নতুন যুগৰ পুৱাত জেফাৰচনৰ উপস্থিতিক পৰম সৌভাগ্যৰ কথা বুলিয়েই ভাবিছিল যদিও জেফাৰচন লাফায়েতৰ ৰাজনৈতিক

দলৰ প্ৰতি সহানুভূতি সম্পন্ন আছিল আৰু তেওঁলোকক আশানুৰূপ সহায় কৰিবলৈও ইচ্ছুক আছিল, কিন্তু তেওঁকে আমেৰিকাৰ চৰকাৰে ফ্ৰান্সৰ ৰজাৰ ওচৰলৈ পঠিয়াইছিল। তাৰোপৰি ৰজাৰ পৰা তেওঁ যথেষ্ট আতিথেয়তা পাইছিল। সেই কাৰণেই ৰজাৰ বিৰুদ্ধে ষড়যন্ত্ৰত যোগদান কৰা তেওঁৰ পক্ষে অকৃতজ্ঞতাৰ নমুনা বুলি তেওঁ ভাবিছিল। আনহাতে জেফাৰচন লাফায়েতৰ ওচৰত খুব ঋণী আছিল। ১৭৮৪ চনত যুক্তৰাজ্য ভ্ৰমণ কৰি উভতি লাফায়েত ফ্ৰান্সলৈ আহি আমেৰিকাৰ স্বাৰ্থ সংৰক্ষণ কৰিবলৈ উঠি-পৰি লাগে। এতিয়া তেওঁ জেফাৰচনৰ পৰা উৎসাহ আৰু পৰামৰ্শ বিচাৰিলে। জেফাৰচনে তেওঁক কেনেকৈ প্ৰত্যাখ্যান কৰে? এবাৰ তেওঁ জেফাৰচনৰ ঘৰলৈ নৈশভোজন উপলক্ষে আঠজন মানুহ লগত লৈ আহিল। এই নজন ফৰাচী ভদ্ৰলোকে যেতিয়া জেফাৰচনৰ খোৱা টেবুলত বহিল তেতিয়া তেওঁ জানিলে যে তেওঁলোক নতুন "পেট্ৰিয়ট পাৰ্টি"ৰ সভ্য। নতুন এচেম্ব্লি প্ৰতিনিধিবোৰ নিৰ্ব্বাচিত হব নে উত্তৰাধিকাৰী সূত্ৰে পদ লাভ কৰিব, আৰু তেওঁলোকৰ চলিত আইন ৰজাক নাকচ কৰিবলৈ দিয়া হবনে নহয়—এইবোৰ বিষয়ে আলোচনা কৰিবৰ কাৰণে তেওঁলোক সমবেত হৈছিল। পিছত জেফাৰচনে এইদৰে নিৰয়ে এই জাতীয় ৰাজদ্ৰোহিতাৰ সভাত অংশ গ্ৰহণ কৰি যুক্তৰাজ্যৰ মন্ত্ৰীৰ উপযুক্ত কাম কৰিছেনে নাই এই বিষয়ে ভাবি তেওঁ অলপ চিন্তিত হল। মনৰ খুতুৰনি মাৰ নিয়াবৰ কাৰণে তেওঁ ফৰাচী পৰৰাষ্ট্ৰমন্ত্ৰীৰ ওচৰলৈ গৈ সকলো কথা নিঃসঙ্কোচে প্ৰকাশ কৰিলে।

১৭৮৯ চনৰ জুলাই মাহত বিপ্লৱৰ জুই যেতিয়া চাৰিওফালে বিয়পি পৰিল "ষ্টেটচ্ জেনেৰেল" জাতিৰ ভৱিষ্যৎ নিৰ্দ্ধাৰণ কৰিবলৈ বহিল, এই সভাৰ সভ্যবোৰে জেফাৰচনৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰিলে। শাসনতন্ত্ৰৰ নিয়ম ৰচনা কৰিবৰ কাৰণে এই সভাই এখন কমিটি নিযুক্ত কৰিলে। এই কমিটিখনে বিদেশী জেফাৰচনক তেওঁলোকৰ সভাত যোগদান দি পৰামৰ্শ দিবৰ কাৰণে অনুৰোধ কৰিলে।

কূটনৈতিক কাৰণত এই সম্মান জেফাৰচনে প্ৰত্যাখ্যান কৰিবলগীয়া হৈছিল।

এই সময়ত প্ৰেচিডেণ্ট ৱাচিংটনে জেফাৰচনক ছমাহৰ ছুটিত স্বদেশলৈ যাবলৈ অনুমতি দিলে। এই খবৰ জেফাৰচনৰ ওচৰ পাওঁতে আৰু আমেৰিকাগামী জাহাজৰ ব্যৱস্থা কৰোঁতে জুলাই, আগস্ট আৰু চেপ্তেম্বৰ, এই তিনি মাহ পাৰ হৈ গল। তেতিয়া বিপ্লৱৰ জুই চাৰিওপিনে বিয়পি পৰিছিল। জেফাৰচনৰ থকাৰ ইচ্ছা আছিল কিন্তু তেওঁ যাব লগা হল। যেই হওক, তেওঁ সোণকালেই উভতি আহিব বুলি ঠিক কৰিলে।

# ত্ৰয়োদশ অধ্যায়

## গণতান্ত্ৰিক চৰকাৰ

জেফাৰচনৰ জাহাজখনে লা হেভাৰ বন্দৰ এৰি অহাৰ কেইদিন-মানৰ আগতে যুক্তৰাজ্যৰ প্ৰথম প্ৰেচিডেণ্টে তেওঁক প্ৰথম স্বৰাষ্ট্ৰসচিব নিযুক্ত কৰিলে।

'নৰফোক'ত অৱতৰণ নকৰালৈকে চৰকাৰী নিয়োগপত্ৰখন জেফাৰ-চনৰ হাতত পৰা নাছিল। ফ্ৰান্সত সেই সময়ত গুৰুত্বপূৰ্ণ ঘটনাবোৰ ঘটিছিল। সেই সময়ত তেওঁ তাত উপস্থিত থাকিব নোৱাৰাটো দুৰ্ভাগ্যৰ বিষয় আছিল। অৱশেষত অৱশ্যে তেওঁ নিজকে প্ৰবোধ দিলে যে দেশৰ স্বাৰ্থৰ ফালে চাই পেৰিচত থকাতকৈ নিউইয়ৰ্কত থকাই বেছি প্ৰয়োজন। ১৭৯০ চনৰ ফেব্ৰুৱাৰী মাহৰ মাজভাগত তেওঁ চৰকাৰীভাৱে স্বৰাষ্ট্ৰ সচিবৰ পদ গ্ৰহণ কৰিলে। পিছৰ সপ্তাহত তেওঁৰ জীয়েক মাৰ্থাৰ লগত টমাচ মেন ৰেণ্ডল্‌ফৰ বিয়া হোৱাৰ কথা আছিল। নতুন দায়িত্ব গ্ৰহণ কৰিবৰ কাৰণে বিয়াৰ কেইদিনমানৰ পিছতে জেফাৰচনে মন্টিচেলোৰপৰা যুক্তৰাজ্যৰ ৰাজধানী নিউইয়ৰ্কলৈ যাত্ৰা কৰিলে। যাওঁতে বাটত ফিলাডেল্‌ফিয়াত তেওঁ ফ্ৰেঙ্কলিনৰ লগত সাক্ষাৎ কৰিলে। তেওঁ বৰ বুঢ়া হৈ পৰিছিল যদিও স্বভাৱসিদ্ধ প্ৰফুল্লতা বজায় ৰাখিছিল। পুৰণি বন্ধুক বহুত দিনৰ পিছত লগ পাই জেফাৰচন অত্যন্ত সুখী হ'ল।

জেফাৰচন যেতিয়া ফ্ৰান্সত আছিল তেতিয়া তেওঁৰ শিষ্য মেডিচন প্ৰতিনিধি-সভাৰ সভ্যসকলৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ হৈ পৰিছিল। শাসন-তান্ত্ৰিক কনভেন্‌চনত কি হৈছে, কি কি সমস্যাৰ সমাধান হৈছে আৰু

কি কি সমস্যা তেতিয়াও সমাধান হোৱা নাই এইবোৰ কথা জেফাৰচনে তেওঁৰপৰাই সংগ্ৰহ কৰা সমীচীন বুলি ভাবিছিল।

ফ্ৰান্সত থকা সময়ত জেফাৰচনে যেতিয়া এই কন্‌ভেন্‌চনৰ কাৰ্য্য-বিৱৰণীৰ বিষয়ে জানিব পাৰিলে, তেতিয়া শাসনতন্ত্ৰৰ ভিতৰত যি আপোচ-মীমাংসাৰ চৰ্তাৱলী সন্নিবেশিত কৰা হৈছিল সেইবোৰ তেওঁ খুব সন্দেহৰ চকুৰে চাইছিল। তেওঁ ভাবিছিল যে প্ৰেচিডেণ্টক অতিৰিক্ত ক্ষমতা দিয়া হৈছে। আৰু ইয়াৰ ফলত একেজন মানুহেই বাৰে বাৰে প্ৰেচিডেণ্ট নিৰ্ব্বাচিত হব পাৰিছিল ; কিন্তু জনসাধাৰণৰ প্ৰতিনিধিবোৰক যথোচিত ক্ষমতা দিয়া নহৈছিল। চৰকাৰৰ অত্যাচাৰৰ বিৰুদ্ধে নাগৰিকবোৰৰ কোনো ৰক্ষাকবচ নাছিল। তেওঁলোকে অৱশ্যে এদিন এই অত্যাচাৰৰ বিৰুদ্ধেই বিদ্ৰোহ কৰিছিল। কেইখনমান ৰাজ্যই এই শাসনতান্ত্ৰিক বিধান মানি লোৱাৰ পিছত জেফাৰচনে মেডিচনলৈ লিখিছিল যে জনসাধাৰণৰ মৌলিক অধিকাৰৰ এখন তালিকা শাসনতন্ত্ৰৰ অন্তৰ্ভুক্ত নোহোৱালৈকে, আন ৰাজ্যবোৰে এই বিধানৰ বিৰোধিতা কৰা উচিত। জেফাৰচনে ভাবিছিল যে যুক্তৰাজ্যৰ চৰকাৰৰ ক্ষমতা শাসনতান্ত্ৰিকভাৱে কিছুমান কাম নকৰিবৰ কাৰণে সীমাবদ্ধ কৰি দিয়া উচিত। চৰকাৰে সকলোৰে কাৰণে সমানভাৱে বাক্-স্বাধীনতা, খবৰকাগজৰ স্বাধীনতা, সভাত লগ লাগিবৰ স্বাধীনতা, ধৰ্ম্মৰ স্বাধীনতা আৰু জুৰীৰ দ্বাৰায় বিচাৰ কৰা স্বাধীনতাৰ দাবী মানি লব লাগিব। তেওঁ ভাবিছিল যে একচেটিয়া ব্যৱসায় আৰু উচ্চ বেতনভোগা সৈন্য ৰখা বন্ধ কৰি দিয়া হব।

জৰ্জ মেচন আৰু আন বহুতেই এইবোৰ মতবাদ লৈ আন্দোলন কৰিলে। অৱশেষত মেডিচনৰ প্ৰচেষ্টাত কংগ্ৰেচৰ প্ৰথম অধিবেশনত জাতিৰ মৌলিক অধিকাৰৰ তালিকা হিচাপে প্ৰথম দহটা সংশোধনী প্ৰস্তাৱ গৃহীত হ'ল। জেফাৰচনে ইতিপূৰ্বেই ভাবিছিল যে শাসনতান্ত্ৰিক কন্‌ভেন্‌চনে আশানুৰূপ কাম কৰিছে।

জেফাৰচনে যি দেশত বহুতদিন কটাই আহিছে সেই ফ্ৰান্সত সকলোৰে মুখত সদাই আমেৰিকাৰ 'গণতান্ত্ৰিক অনাড়ম্বৰতাৰ' প্ৰশংসা শুনি আহিছে। কিন্তু স্বদেশলৈ উভতি আহি তেওঁ আমেৰিকাৰ সমাজৰ কৃত্ৰিমতা-মিহলি বিলাসিতা লক্ষ্য কৰিলে। স্বৰাষ্ট্ৰ সচিব হিচাপে জেফাৰচনে বহুত পৰিয়ালৰপৰা নিমন্ত্ৰণ পালে। এই পৰিয়ালবোৰ অভিজাত সম্প্ৰদায়ভুক্ত বুলি জনাজাত। তেওঁ জানিব পাৰিলে যে এইবোৰ পুৰণি টৰী দলৰ মানুহ। জেফাৰচন স্বদেশলৈ অহাৰ আগে আগে এই তথাকথিত অভিজাত সম্প্ৰদায়ৰ দলে মিঃ ৱাচিংটনক কি উপাধিৰে ভূষিত কৰিব এই বিষয় লৈ বৰ বেছি উত্তেজিত হৈ পৰিছিল। ইউৰোপৰ সকলো ৰাজবংশৰ খিতাপ বিশ্লেষণ কৰি চোৱা হ'ল। আনকি উপ-সভাপতি জন আডামচও দেশৰ প্ৰধান কাৰ্য্য-নিৰ্ব্বাহকক কেৱল মিঃ প্ৰেচিডেন্ট বুলি উল্লেখ কৰা শুনি স্তম্ভিত হৈছিল। প্ৰতিনিধি-সভাৰ স্পীকাৰ হিচাপে মেডিচনৰ প্ৰস্তাৱ অনুসৰি সংবিধানত মিঃ ৱাচিংটনক কেৱল 'যুক্তৰাজ্যৰ প্ৰেচিডেন্ট' আখ্যা দিয়া হ'ল।

ইংলণ্ডৰ ৰজাৰ দৰে আমেৰিকাৰ প্ৰেচিডেন্টক হেমিলটনে জন-সাধাৰণৰপৰা আঁতৰাই ৰাখিব খুজিছিল। ৱাচিংটন প্ৰায়ে দেশৰ গণ্য-মান্য মানুহবোৰক নৈশভোজনলৈ নিমন্ত্ৰণ কৰিছিল। তেওঁ কিন্তু বেছি সময় এইবোৰ অনুষ্ঠানত নেথাকিছিল। চিনেটৰ সভ্যসকলে তেওঁৰ লগত সাক্ষাৎ কৰিব পাৰিছিল কাৰণ চিনেটক ইংলণ্ডৰ হাউচ অব্ লৰ্ডচৰ মাৰ্কিণ সংস্কৰণ বুলি ধৰা হৈছিল। কিন্তু সাধাৰণ সভাৰ প্ৰতিনিধি বা ৰাষ্ট্ৰদূতৰ তলৰ থাপৰ আন বিদেশীক তেওঁৰ লগত দেখা কৰিবলৈ দিয়া নহৈছিল। জেফাৰচনে এইবোৰ ৰাজকীয় আদব-কায়দা ভালপোৱা নাছিল। যি জাতিৰ ভেটি স্বাধীনতাৰ ঘোষণা-পত্ৰৰ ওপৰত প্ৰতিষ্ঠিত, সেই জাতিৰ কাৰণে কৃত্ৰিম আদব-কায়দাৰ কোনো প্ৰয়োজন নাই। জেফাৰচনৰ এই মতবাদ আমেৰিকাৰ নতুন অভিজাত সম্প্ৰদায়ে সমূলি সমৰ্থন কৰা নাছিল। যদিও এই

অভিজাত মানুহবোৰৰ কোনো উপাধি নাছিল। তেওঁলোকে ধৰ্ম্ম-সম্পত্তিলৈ গৰ্ব্ব কৰিব পাৰিছিল। আমেৰিকাৰ বুৰঞ্জীৰ প্ৰথমভাগত এই ভাবধাৰা গঢ়ি উঠিছিল। সেই কাৰণে অনেকে ধন-সম্পদৰ পূজা কৰাই আমেৰিকাবাসীৰ ধৰ্ম্ম বুলি অভিযোগ কৰে।

এই শক্তিশালী নতুনধৰ্ম্মৰ প্ৰধান পুৰোহিত আছিল ৱাচিংটনৰ অৰ্থ সচিব আলেকজেণ্ডাৰ হেমিল্‌টন। তেওঁ ৱেষ্ট ইণ্ডিজত জন্ম গ্ৰহণ কৰিছিল। ল'ৰাকালৰপৰাই এজনা ডাঙৰ সেনাপতি হোৱাই আছিল তেওঁৰ স্বপ্ন। তেওঁৰ পোন্ধৰ বছৰ বয়সত চেণ্ট-ক্ৰয় দ্বীপত প্ৰচণ্ড ধুমুহা বতাহে খুব ক্ষতি কৰে। তেওঁ বাতৰিকাকতত এই ঘটনাৰ ইমান এটা ধুনীয়া বিৱৰণ লিখিলে যে জনসাধাৰণৰপৰা পইচা তুলি প্ৰতিভাৱান ডেকাজনক আমেৰিকালৈ শিক্ষালাভৰ কাৰণে পঠোৱা হ'ল। বিপ্লৱ আৰম্ভ হোৱা সময়ত তেওঁ কিং কলেজত পঢ়িছিল। সতৰ বছৰ বয়সত তেওঁ উপনিবেশবোৰৰ কাৰণে কিছুমান জনপ্ৰিয় পুস্তিকা লিখিছিল। উনৈশ বছৰ বয়সত তেওঁক সেনাধ্যক্ষ ৱাচিংটনৰ সহকাৰী হিচাপে লেফ্‌টেনাণ্ট কৰ্নেল নিযুক্ত কৰা হৈছিল। ৰচনা কৰাত তেওঁৰ দক্ষতা দেখি ৱাচিংটনে তেওঁক তেওঁৰ চেক্ৰেটৰী নিযুক্ত কৰিলে যদিও তেওঁ সদায় যুদ্ধক্ষেত্ৰত সৈন্য পৰিচালনা কৰা ভাৰ গ্ৰহণ কৰিবলৈহে বেছি ইচ্ছুক আছিল। শেষত তেওঁক ইয়ৰ্কটাউনৰ যুদ্ধলৈ পঠোৱা হ'ল।

সন্ধি চুক্তিৰ পিছত হেমিল্‌টনে প্ৰথম কংগ্ৰেচৰ সভ্য হিচাপে কাম কৰিছিল। এইদৰে কাম কৰি থাকোঁতে তেওঁ উপলব্ধি কৰিলে যে যুক্তৰাজ্যৰ শাসন-ব্যৱস্থা সন্তোষজনক নহয়। এই কাৰণে শাসন-তান্ত্ৰিক কন্‌ভেন্‌চনৰ আহ্বানকাৰী নেতাসকলৰ দলত তেওঁ যোগদান কৰিলে। শাসনতন্ত্ৰ প্ৰতিষ্ঠাৰ বিষয়ে তেওঁ অসাধাৰণভাৱে পৰিশ্ৰম কৰিলে যদিও, ব্যক্তিগতভাৱে তেওঁ এইবোৰ কাম পছন্দ কৰা নাছিল।

প্ৰথমতে যুক্তৰাষ্ট্ৰীয় শাসনব্যৱস্থা তেওঁৰ কাৰণে যথেষ্ট কেন্দ্ৰীভূত

যেন লাগিছিল। প্ৰেচিডেণ্ট আৰু চিনেটৰ সভ্যসকলে আজীৱনৰ কাৰণে নিৰ্ব্বাচিত হৈ থকাই তেওঁৰ অভিমত আছিল। তেওঁৰ মনেৰে ৰজা জৰ্জৰ আকাঙ্ক্ষিত ক্ষমতাতকৈও প্ৰেচিডেণ্টৰ ক্ষমতা বহুত বেছি হোৱা উচিত। প্ৰেচিডেণ্ট আৰু চিনেটৰ সভ্যসকলে বেলেগ বেলেগ দেশৰ গভৰ্ণৰ নিযুক্ত কৰিব। ভূ-সম্পত্তিৰ গৰাকীবোৰৰ কেৱলমাত্ৰ ভোট দিয়াৰ অধিকাৰ থাকিব। যেতিয়া তেওঁক অৰ্থ-সচিবৰ পদ গ্ৰহণ কৰিবলৈ আহ্বান কৰা হ'ল, তেওঁ সাদৰেৰে সেই পদ গ্ৰহণ কৰিলে। কামৰ মাজত তেওঁ ক্ৰমাৎ ডুব গৈ থাকিল আৰু নিজকে প্ৰধানমন্ত্ৰী বুলি ভাবিবলৈ ধৰিলে।

নিউইয়ৰ্কত জেফাৰচনৰ লগত তেওঁৰ দেখা হ'ল। তেওঁলোকে, বিশেষকৈ জেফাৰচনে জনা নাছিল যে তেওঁলোক দুজন ইজনে সিজনৰ প্ৰবল প্ৰতিদ্বন্দ্বী হৈ পৰিব। তেওঁলোক দুজনৰ মনোভাৱ সম্পূৰ্ণ বেলেগ আছিল আৰু সেই কাৰণে তেওঁলোকৰ মাজত বিভেদ সৃষ্টি হৈছিল। তেওঁলোকৰ প্ৰতিদ্বন্দ্বিতাৰ ফলাফলৰ ওপৰত আমেৰিকাৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছিল। পুৰণি-পন্থী হেমিল্‌টনে অতীতৰ ব্যৱস্থাক খামোচ মাৰি ধৰি থাকিয়ে ভাল পাইছিল। আৰু উদাৰপন্থী জেফাৰচনে ভৱিষ্যতৰ উন্নতিৰ ফালে চাই চাই আনন্দ পাইছিল। সাধাৰণ নাগৰিকবোৰক উৎপীড়নৰপৰা ৰক্ষা কৰিবলৈ তেওঁলোকৰ কোনো 'মৌলিক অধিকাৰৰ তালিকা' নথকাৰ কাৰণে জেফাৰচনে শাসনতন্ত্ৰৰ বিৰোধিতা কৰিছিল। আৰু কেন্দ্ৰীয় চৰকাৰৰ যথেষ্ট ক্ষমতা নথকাৰ কাৰণেই হেমিল্‌টনে বিৰোধিতা কৰিছিল।

ওঠৰ শতিকাত সমগ্ৰ পৃথিৱীতে এক নতুন ভাবধাৰাই বিস্তাৰ লাভ কৰিছিল। জেফাৰচনৰ মন আৰু দৃষ্টিভঙ্গী এই ভাবধাৰৰ অনুকূল আছিল। এই ভাবধাৰাক প্ৰগতি বোলা হৈছিল। তেতিয়ালৈকে সাধাৰণমানুহে পৰিৱৰ্ত্তন, ভৱিষ্যৎ আৰু অজ্ঞানক ভয়ৰ চকুৰে চাইছিল। কিন্তু এফালে বিজ্ঞান আৰু আনফালে আমেৰিকাৰ বিপ্লৱে এই সত্যকে প্ৰমাণ কৰিলে যে, পৰিৱৰ্ত্তনে কল্যাণৰ পথেদি

আগুৱাই নিয়ে, ভৱিষ্যৎ আশাৰে ভৰপূৰ আৰু নজনা সদায় নথন্দা সোণৰ খনিৰ দৰে উজ্জ্বল।

গতিকে আশা, সাহস আৰু বিশ্বাসেৰে ভৱিষ্যতৰ সম্মুখীন হব লাগিব। এজন ডেকামানুহৰ দৃষ্টি-ভঙ্গীৰ সলনি এজন বুঢ়ামানুহৰ ভাবধাৰাক জীয়াই ৰাখিবলৈ বিচৰাটো যুগুত। এই জাতীয় মনোভাৱ হেমিলটনৰ কাৰণে একেবাৰে অৰ্থহীন আছিল। তেওঁৰ কাৰণে ভৱিষ্যতৰ ব্যৱস্থাতকৈ বৰ্ত্তমানৰ ব্যৱস্থাই শ্ৰেষ্ঠ। এবাৰ জন আডামচে কৈছিল যে যদি আনুষঙ্গিক দুৰ্নীতিবোৰ দমন কৰা হয় তেনেহলে বৃটিচৰ শাসনব্যৱস্থাই পৃথিৱীৰ ভিতৰত শ্ৰেষ্ঠ বুলি পৰিগণিত হব। হেমিলটনে তেতিয়াই উত্তৰ দিলে যে এই ব্যৱস্থাৰ শ্ৰেষ্ঠত্বৰ কাৰণে এই দুৰ্নীতিবোৰৰ প্ৰয়োজন আছে। দুৰ্নীতি আছে কাৰণেই সমাজৰ শ্ৰেষ্ঠ মানুহবোৰ অৰ্থাৎ ধনী অভিজাত সম্প্ৰদায়ে তেওঁলোকৰ ইচ্ছামতে সকলো ব্যৱস্থা কৰিব পাৰে আৰু তেওঁলোকৰ অভিমতেই শ্ৰেষ্ঠ হৈ থাকে। হেমিল্‌টন চৰকাৰী পাৰ্টি 'ফেডাৰেলিষ্ট'সকলৰ নেতা আৰু ৱাচিংটনৰ প্ৰথম মন্ত্ৰী-সভাৰ প্ৰতিপত্তিশালী সভ্য আছিল।

প্ৰথম মন্ত্ৰী-সভা চাৰিজন সভ্যৰে গঠিত হৈছিল। জেফাৰচন, হেমিল্‌টন, সমৰ-সচিব জেনেৰেল নক্স আৰু এৰ্টনি জেনেৰেল এড্‌মণ্ড্ ৰেণ্ডল্‌ফ্। নক্স হেমিল্‌টনতকৈ চাৰি-খোজ পিছপৰি আছিল। তেওঁৰ ইচ্ছা আছিল সৰহ বেতনভোগী সৈন্য ৰখা আৰু স্বতন্ত্ৰ প্ৰাদেশিক চৰকাৰ লুপ্ত কৰি দিয়া। এড্‌মণ্ড্ ৰেণ্ডল্‌ফ্ জেফাৰচনৰ দূৰ-সম্পৰ্কীয় আত্মীয় আছিল। তেওঁৰ দেউতাক জন ৰেণ্ডল্‌ফে উপনিবেশ ত্যাগ কৰি ইংলণ্ডত বাস কৰিছিল। দেউতাকে এৰি যোৱাৰ পিছতে এড্‌মণ্ড্ ৰেণ্ডলফে ৱাচিংটনৰ দলত যোগদান কৰিলে। পিছলৈ তেওঁ ভাৰ্জিনিয়াৰ শাসনকৰ্ত্তা হৈছিল। তেওঁ যিকোনো সমস্যাৰ ভাল-বেয়া দুয়োফাল সমানে বিচাৰ কৰি চাইছিল আৰু সেয়েহে তেওঁ মনস্থিৰ কৰিব পৰা নাছিল। ফলত যিফালে বেছি হেঁচা দিয়ে তেওঁ সেইফালেই মত দিয়ে।

জেফাৰচনে নিউইয়ৰ্ক পোৱাৰ পিছতে অৰ্থ-সচিবৰ লগত যেতিয়া তেওঁৰ সাক্ষাৎ হ'ল তেতিয়া জেফাৰচনে এইবোৰ বিষয়ে একোৱেই নেজানিছিল। ৱাচিংটনৰ ঘৰৰ আগত প্ৰায় আধা-ঘণ্টা সময় জেফাৰচনৰ লগত কথাপাতি থাকোঁতে অৰ্থ-সচিবে ধ্বংসৰ কবলৰপৰা যুক্তৰাজ্যক ৰক্ষা কৰিবৰ কাৰণে তেওঁক অনুৰোধ কৰিলে। সেই সময়ত দক্ষিণৰ ৰাজ্যবোৰে কংগ্ৰেচত উত্থাপিত এখন বিল অনুমোদন কৰিবলৈ অস্বীকাৰ কৰে আৰু এই বিল আইনত পৰিণত নহলে উত্তৰাঞ্চলৰ ৰাজ্যবোৰ যুক্তৰাজ্যৰপৰা বিচ্ছিন্ন হোৱাৰ ভয় দেখুৱাইছিল। জেফাৰচনে যদি দক্ষিণাঞ্চলৰ অধিবাসীবোৰৰ এই বিল পাছ কৰিবৰ কাৰণে সন্মত কৰাব নোৱাৰে তেনেহলে ইউনিয়নৰ ধ্বংস অনিবাৰ্য্য।

এই গুৰুত্বপূৰ্ণ বিলখন সঠিকভাৱে বুজিবৰ কাৰণে জেফাৰচৰ অহাৰ আগতে হেমিলটনৰ কাৰ্য্যাৱলী বিশেষভাৱে পৰ্য্যবেক্ষণ কৰা উচিত। নতুন চৰকাৰৰ কাম-কাজ আৰম্ভ হোৱাৰ লগে লগে হেমিলটনে অৰ্থনৈতিক কাৰ্য্যপন্থাৰ এটা প্ৰস্তাৱ লিখিলে। ইয়াৰ বিষয় আছিল তিনিটা। প্ৰথমটো আছিল বিপ্লৱযুদ্ধৰ সময়ত আমেৰিকাই যি টকা ধাৰ কৰিছিল সুদে-মূলে সেইবোৰ পৰিশোধ কৰাৰ দায়িত্ব লব লাগিব। ওপৰা-ওপৰিকৈ চালে এইটো খুব ন্যায়সঙ্গত ব্যৱস্থা যেন লাগে।

'কন্টিনেন্টাল কংগ্ৰেচ' আৰু পিছত কনফেডাৰেচন-চৰকাৰৰ ধন অনতিবিলম্বেই নিঃশেষ হৈ গ'ল। গতিকে সৈন্যবোৰৰ বেতন আৰু খোৱা-বোৱাৰ যোগান ধৰা কৃষকবোৰৰ প্ৰাপ্য চৰকাৰী প্ৰমিচৰী নোট দি শোধ কৰিবলগীয়া হ'ল। শাসনতন্ত্ৰ গৃহীত হোৱাৰ আগতে চৰকাৰে বিশেষ কৰ আদায় কৰিব পৰা নাছিল। গতিকে নোটৰ বিশেষ মূল্য নেথাকিল। নোটৰ দাম কমি গ'ল, কিন্তু সৈন্যবোৰৰ আৰু কৃষকবোৰৰ টকাৰ ইমান বেছি প্ৰয়োজন আছিল যে মুদ্ৰিত মূল্যৰ শতকৰা দহ-পোন্ধৰভাগ লৈ তেওঁলোকে সেইবোৰ প্ৰমিচৰী নোট ব্যৱহাৰ কৰিবলৈ ধৰিলে। ভৱিষ্যতে কি হব বুজিব পাৰি ধনী মানুহবোৰে লাহে লাহে সেই নোটবোৰ খুব সস্তাত কিনিবলৈ

ধৰিলে। চিনেটৰ সভ্যসকলে হেমিল্টনৰ পৰিকল্পনা জানিব পাৰি তেওঁলোকেও মনে মনে সেইবোৰ কিনিবলৈ ধৰিলে। তাৰোপৰি তেওঁলোকে তেওঁলোকৰ নিউইয়ৰ্ক, ফিলাডেল্ফিয়া আৰু বোষ্টন চহৰৰ ব্যৱসায়ী বন্ধুবিলাককও এই খবৰ জনাইছিল আৰু এই ব্যৱসায়ী-বিলাকেও সকলোৰে অজ্ঞাতসাৰে কৃষক আৰু সৈন্যবোৰৰপৰা নোটবোৰ সংগ্ৰহ কৰিবলৈ সক্ষম হ'ল কাৰণ তেওঁলোকে হেমিল্টনৰ পৰিকল্পনাৰ বিষয়ে একেবাৰে অজ্ঞ আছিল। জাতীয় ঋণ পৰিশোধৰ বিল যেতিয়া কংগ্ৰেচত উত্থাপন কৰা হ'ল, তেতিয়া এই বিলৰ সংবাদে বহুত ধনী আৰু কংগ্ৰেচৰ বহুত সভ্যই বেছি ধনী হোৱাৰ আশাত উৎফুল্ল হৈ পৰিল। কিন্তু হেজাৰ-বিজাৰ বিত্তহীন সৈন্য আৰু কৃষকৰ দল ক্ৰুদ্ধ হৈ পৰিল।

ব্যক্তিগতভাৱে ধনী হোৱাৰ ব্যৱস্থা কৰা এই বিলৰ পক্ষে ভোট দিয়া কংগ্ৰেচ সভ্যবোৰৰ কাৰণে উচিত আছিল জানো? হেমিল্টনে প্ৰকৃততে এই সমস্যাটো নীতিৰ ফালৰপৰা বিচাৰ কৰি চোৱা নাছিল, এই বিলখন আইনত পৰিণত হলে ধনীবোৰ বেছি ধনী হব আৰু সেইটোৱেই আছিল হেমিল্টনৰ পৰিকল্পনাৰ প্ৰত্যক্ষ ফল। তেওঁ দেখিলে যে ইয়াৰ ফলত তেওঁ ধনীসম্প্ৰদায়ৰ সমৰ্থন পাব। তেওঁৰ মতে দহ হেজাৰ দুখীয়া মানুহতকৈ এশ ধনী মানুহৰ সমৰ্থন বেছি কাৰ্য্যকৰী। চৰকাৰে এই মুদ্ৰিত চাৰ্টিফিকেটৰ বিনিময়ত নগদ টকা নিদিব। পুৰণি প্ৰমিচৰী নোটৰ সলনি নতুন নোট দিব। যথাসময়ত এই প্ৰমিচৰী নোটবোৰৰ সুদসহ পূৰা মূল্য পোৱা যাব। ইয়াৰ কাৰণ হ'ল যে নোটবোৰৰ গৰাকীবিলাক প্ৰাণপণে চৰকাৰক সমৰ্থন কৰিব নহলে তেওঁলোকে টকা ঘূৰাই পোৱাৰ নিশ্চয়তা নেথাকিব। এয়েই আছিল হেমিল্টনৰ মূল নীতি। স্বাৰ্থৰ কাৰণেহে শ্ৰেষ্ঠ অভিজাত সম্প্ৰদায়ৰ সমৰ্থন পোৱা যাব। বিপক্ষদলৰ মানুহক শাস্তি দিবলৈ শক্তিশালী কেন্দ্ৰীয় চৰকাৰ আৰু বিৰাট সৈন্য বাহিনী আছে। ঋণ পৰিশোধৰ বিলখন যেতিয়া উত্থাপিত হ'ল তেতিয়া কোনো কোনোৱে বজাৰ-দৰত

নোটবোৰ কিনিবলৈ ধৰিলে যাতে যিবোৰে বেছি লাভৰ আশাত বস্তু-বাহানি কিনা-বেচা কৰি থাকে তেওঁলোকে প্ৰভূত অনৰ্জ্জিত ধন সঞ্চয় কৰিব নোৱাৰে। মেডিচনে আচল চাৰ্টিফিকেটৰ গৰাকী সৈন্য আৰু কৃষকবোৰৰ লাভৰ কাৰণে এটা সন্তোষজনক উপায় উলিয়াবলৈ ক'লে। কিন্তু স্বাৰ্থৰেই জয় হ'ল। হেমিল্‌টনৰ পৰিকল্পনাৰ প্ৰথম দফাটো সফল হ'ল।

এই সংবাদ যেতিয়া দক্ষিণ আৰু পশ্চিমৰ দূৰৰ ঠাইবোৰত বিয়পি পৰিল তেতিয়া সেইবোৰ ঠাইত বিৰোধিতা আৰু বিদ্ৰোহৰ সুৰ বাজি উঠিল। কাৰণ 'স্পেকুলেটৰ'বোৰে কৃষকবোৰক ঠগিছিল, কিন্তু 'স্পেকুলেটৰ'বোৰক কৰ তুলি পোৱা টকাৰে ঋণ পৰিশোধ কৰা হৈছিল। গতিকে কৃষকবোৰে তেওঁলোকক যেন ঠগিবৰ কাৰণেই কৰবোৰ দিছে, এনেহে অনুমান হ'ল।

হেমিল্‌টনৰ নীতিৰ বিৰুদ্ধে জেফাৰচনৰ অধীনত 'এন্টি ফেডাৰেলিষ্ট' দল গঢ়ি উঠিছিল। হেমিল্‌টনৰ নীতিৰ প্ৰতি অনাস্থা আৰু গণতন্ত্ৰত আস্থা ৰখাই আছিল এই নতুন দলৰ মূলকথা। হেমিল্‌টন আৰু তেওঁৰ ফেডাৰেলিষ্ট দলৰ মানুহবোৰে নিজকে অভিজ্ঞ ৰাজনীতিবিদ বুলি ভাবিলেও তেওঁলোক একেবাৰেই সিমান বিজ্ঞ নাছিল। পূৰ্ব্বাঞ্চলত বাস কৰি তেওঁলোকে পাহৰি গৈছিল যে দেশৰ দহভাগৰ নভাগ মানুহেই গ্ৰামবাসী আৰু কৃষিজীৱী। এওঁলোকে কেতিয়াও ব্যৱসায়ী আৰু ধনী সমাজৰ প্ৰতি ভাল চকুৰে নেচাইছিল। পূৰ্ব্বাঞ্চলত ভূ-সম্পত্তিৰ গৰাকী নহলেও ভোট দিয়াৰ অধিকাৰ দিয়া হৈছিল। ১৭৯০ চনত নিউইয়ৰ্কত ১৩,০০০ প্ৰাপ্তবয়স্ক পুৰুষ বাস কৰিছিল। কিন্তু ভোটদিয়াৰ অধিকাৰ মাত্ৰ ১৩০০জনৰহে আছিল। কিন্তু পশ্চিমাঞ্চলৰ নতুন দেশবোৰত ৰাজনীতি ক্ষেত্ৰত গণতন্ত্ৰ কাৰ্য্যকৰী হৈ উঠিছিল। ইয়াৰ বিপ্লৱী যুগৰ প্ৰৱীণবোৰ আৰু ঠগখোৱা খেতিয়ক-বোৰ যথেষ্ট শক্তিশালী হৈ পৰিছিল আৰু এওঁলোকক অৱহেলা কৰা খুব সহজ নাছিল।

ইতিমধ্যে হেমিল্‌টনে তেওঁৰ পৰিকল্পনাৰ দ্বিতীয় দফাৰ কামত আগবাঢ়ি গ'ল। এইটো আছিল দেশবোৰৰ ঋণৰ বিষয়ে। বেলেগ বেলেগ প্ৰাদেশিক চৰকাৰবোৰেও ধাৰ কৰিছিল। সেই সময়ত তেওঁলোকৰ ধাৰৰ পৰিমাণ আছিল প্ৰায় দুই কোটি ডলাৰ (প্ৰায় ১০ কোটি টকা) হেমিল্‌টনৰ নীতি হ'ল যে যুক্তৰাজ্যৰ কেন্দ্ৰীয় চৰক্যৰে এই প্ৰাদেশিক ঋণবোৰ নিজৰ ঋণৰ লগত লগ লগাই লব আৰু এই ঋণ কৰ তুলি পোৱা টকাৰপৰা পৰিশোধ কৰিব।

যি কোনো ভাবধাৰাৰ বিষয়ে অলপ বহলাই কোৱা আৱশ্যক। যিবোৰ ৰাজ্যই তেওঁলোকৰ অধিকাংশ ঋণ পৰিশোধ কৰিছে, তেওঁলোকৰ এই ব্যৱস্থাত বেছি লাভ নহব। এইবোৰৰ ভিতৰত দক্ষিণ অঞ্চলৰ ৰাজ্যবোৰ উল্লেখ কৰিব পাৰি।

এই ৰাজ্যবোৰে নিজৰ ঋণ পৰিশোধ কৰাৰ পিছত আন ৰাজ্যৰ ঋণও কৃষকৰ ওপৰত কৰ লগাই পৰিশোধ কৰিব লাগিব। ইয়াৰ উপৰিও এইবোৰ ঋণ কিনি যিবোৰ 'স্পেকুলেটৰ' বিনাশ্ৰমে ধন ঘটিবলৈ চেষ্টা কৰে, তেওঁলোকৰ কথাও ভাবিব লাগিব।

আগৰ দৰে একে ধাৰাতে হেমিল্‌টনে চিন্তা কৰিবলৈ ধৰিলে। বেছি মানুহৰ ওচৰত চৰকাৰৰ ধাৰ থাকিব আৰু সেই ধাৰ দিয়া মানুহ-বোৰে চৰকাৰক সমৰ্থন কৰিব। ইয়াৰ ফলত প্ৰাদেশিক চৰকাৰতকৈ কেন্দ্ৰীয় চৰকাৰৰ ক্ষমতা আৰু গুৰুত্ব বহুত বাঢ়িব। চিনেটে গোপনে এই 'এচামৃচন্‌বিল'খন পাছ কৰি দিলে। কিন্তু প্ৰতিনিধি-সভাত বিলখন দৰ্শকমণ্ডলিৰ উপস্থিতিত ৩১-২৯ ভোটত পৰাজিত হ'ল। উভয়পক্ষৰ মাজত ইমান শত্ৰুতা হৈছিল যে কেইবাদিনলৈকে সভা স্থগিত ৰাখিবলগীয়া হৈছিল।

এনে সময়তে হেমিল্‌টনৰ জেফাৰচনৰ লগত দেখা হয়। তেওঁ ক'লে যে যদি এই বিলখন পাছ নহয় তেনেহলে উত্তৰাঞ্চলৰ ষ্টেট্‌বোৰ বিচ্ছিন্ন হৈ যাব। দুয়োপক্ষৰে কেইজনমান নেতাক জেফাৰচনে ৰাতি ভোজ খাবলৈ মাতিলে আৰু তেওঁলোকে এক সিদ্ধান্তত উপনীত হৈ

যুক্তৰাজ্যৰ অখণ্ডতা যাতে বজায় ৰাখে সেই বিষয়ে গৌৰৱাই দিলে।

যুক্তৰাজ্যৰ ৰাজধানী ক'ত পাতিব সেই বিষয় লৈ কিছুদিন খুব তৰ্ক-বিতৰ্ক চলিল। যুক্তিতৰ্কৰ অৱতাৰণাৰ কাৰণে জেফাৰচনে এই প্ৰশ্নটো তুলিলে। উত্তৰ-অঞ্চল ৰাজধানীতকৈ ঋণৰ বিষয়ে বেছি আগ্ৰহশীল আছিল। ৰবাৰ্ট মৰিচৰ নেতৃত্বত উত্তৰাঞ্চলৰ প্ৰতিনিধি-বোৰে ক'লে যে তেওঁলোকৰ দুজনে প'ট'মেক্ নৈৰ পাৰত নতুন ৰাজধানী স্থাপন কৰিবৰ কাৰণে সমৰ্থন জনাব, যদিহে দক্ষিণ অঞ্চলৰ দুজন প্ৰতিনিধিয়ে ঋণ পৰিশোধৰ বিলখনৰ পক্ষে ভোট দিয়ে। হেমিল্টনৰ পৰিকল্পনাৰ দ্বিতীয় দফাও কৃতকাৰ্য্য হ'ল।

এইবাৰেই জেফাৰচনে নিজৰ স্বভাৱৰ বিৰুদ্ধে কাম কৰিলে। য'ত সচৰাচৰ তেওঁ দৃঢ় মতামত প্ৰকাশ কৰে তাত এইবাৰ মধ্যস্থতাৰ কাম কৰিয়েই ক্ষান্ত হ'ল। পিছৰ জীৱনত এই মধ্যস্থতা কৰাৰ কাৰণে তেওঁ খুব অনুশোচনা কৰিছিল। হেমিল্টনৰ কাৰণে যুক্তৰাজ্যৰ বিপদৰ কথাই আটাইতকৈ ডাঙৰ আছিল। ইয়াৰ পিছত আহিল হেমিল্টনৰ তৃতীয় পৰিকল্পনা। এইবাৰ কিন্তু জেফাৰচন প্ৰস্তুত আছিল। হেমিল্টনে 'বেঙ্ক অব্ দি ইউনাইটেড্ ষ্টেটচ্' নামৰ এটা বেঙ্ক প্ৰতিষ্ঠা কৰাৰ কথা ভাবিছিল। ইয়াত চৰকাৰৰ অংশ থাকিব। কিন্তু ইয়াৰ আচল চাবিকাঠি ধনী মানুহৰ হাততহে থাকিব। আগৰ দৰে চিনেটে এই বিলখনো পাছ কৰি দিলে। কিন্তু প্ৰতিনিধি-সভাত মেডিচনৰ নেতৃত্বত এন্টি-ফেডাৰেলিষ্টবোৰে বিলখন বেয়াকৈ সমালোচনা কৰিলে।

ৱাচিংটনৰ ওচৰলৈ যেতিয়া চহী কৰিবৰ কাৰণে বিলখন অনা হ'ল তেতিয়া তেওঁ হেমিলটন আৰু জেফাৰচনক তেওঁলোকৰ মতামত লিখি দিবলৈ ক'লে। দুখন কাগজত দুটা পৰস্পৰবিৰোধী মতামত লিখা হ'ল। ইয়াকে লৈ ভীষণ তৰ্ক-বিতৰ্ক আৰম্ভ হ'ল। সমস্যা হ'ল আমেৰিকাৰ শাসনতন্ত্ৰৰ ব্যাখ্যা কঠোৰভাৱে নে উদাৰভাৱে কৰা হব।

বেঙ্ক বিলৰ ওপৰত দিয়া বিপোর্টৰ শেষভাগত জেফাৰচনে ৱাচিংটনক যি পৰামর্শ দিছিল তাৰপৰা বুজা যায় যে বর্ত্তমান সমস্যা এৰি তেওঁ কেনেকৈ সুদূৰ ভবিষ্যতৰ চিন্তা কৰি থাকে। বেঙ্ক-বিলক তেওঁ অবাঞ্ছিত বুলি সমালোচনা কৰিলে, শাসনতন্ত্রৰ বিৰোধী আৰু অবৈধ বুলি প্রমাণ কৰিবলৈ চেষ্টা আৰু শাসনতন্ত্রৰ এনেকুৱা স্বেচ্ছাচাৰী ব্যাখ্যা বিপজ্জনক বুলি নির্দ্দেশ দিলে। জেফাৰচনে ইয়াকো ক'লে যে প্রেচিডেণ্টে যদি কোনো আইনৰ বৈধতা বা অবৈধতা মীমাংসা কৰিব নোৱাৰে আৰু কংগ্রেচে কোনো ভুল কৰিছে বুলি তেওঁ নেভাবে তেনেহলে তেওঁ যিকোনো বিলত স্বাক্ষৰ দিব পাৰে। কাৰণ এইবোৰ বিষয়ত প্রেচিডেণ্টে আইন পৰিষদক ইচ্ছামতে চলিবলৈ দিয়া উচিত। তেওঁ বিল 'নামঞ্জুৰ' কৰা ক্ষমতা যথাসম্ভৱ কম ব্যৱহাৰ কৰা উচিত।

কংগ্রেচে তেওঁৰ অনুমোদিত আইন পাছ কৰিলেও জেফাৰচনে আইন-সভাক অধিক ক্ষমতা দিয়াৰ পক্ষপাতী আছিল কিয় ? কাৰণ তেওঁৰ মতে কংগ্রেচে প্রেচিডেণ্টতকৈ বেছি পৰিমাণে জনসাধাৰণৰ প্রতিনিধিত্ব কৰে। তেওঁৰ ইচ্ছা যে এজনৰ ইচ্ছাই জনসাধাৰণৰ ইচ্ছাৰ বিৰুদ্ধে বাধাৰ সৃষ্টি কৰিব নোৱাৰে।

ৱাচিংটনে বিলখনত স্বাক্ষৰ দিলত হেমিল্টনৰ অর্থনৈতিক পৰিকল্পনাৰ তিনিটা দফাই কৃতকার্য্যতা লাভ কৰিলে। এইবাৰ তেওঁৰ উদ্দেশ্য হ'ল আমেৰিকাত ইংলণ্ডৰ দৰে ডাঙৰ ডাঙৰ শিল্পপ্রতিষ্ঠান গঢ়ি তোলা। কিন্তু দুর্ভাগ্যবশত মার্কিন যুক্তৰাজ্য কৃষিপ্রধান দেশ, সেই কাৰণে আমেৰিকাৰ কল-কাৰখানাৰ কাৰণে শ্রমিক সংগ্রহ কৰাটো কঠিন আছিল। এতিয়াও ইংলণ্ডৰপৰা আমেৰিকাই শিকিবলগীয়া বহুত কথা আছে। ইংলণ্ডৰ কাপোৰৰ কলবোৰৰ অধিকাংশ শ্রমিকেই নাৰী আৰু কমবয়সীয়া ল'ৰা-ছোৱালী আছিল। হেমিল্টনে এই প্রথাৰ ভিতৰত কোনো দোষ বিচাৰি নেপালে। শিক্ষা আৰু মুকলি বতাহৰ অভাৱত ভৱিষ্যতে আমেৰিকাবাসীবোৰৰ শৰীৰ আৰু মনৰ যি ক্ষতি

হব, দেশৰ সম্পদ বৃদ্ধিৰ তুলনাত সেই ক্ষতি হেমিল্‌টনে অতি সামান্য বুলিয়েই ভাবিলে।

প্ৰথমেই হেমিল্‌টনে বিদেশী প্ৰতিযোগিতাৰ কবলৰপৰা দেশৰ নৱজাত শিল্পবোৰ ৰক্ষা কৰিবৰ কাৰণে আমদানী-শুল্কৰ হাৰ বঢ়াই দিলে। গতিকে কৃষকবোৰে অধিক মূল্য দি বস্তু কিনিবলগা হ'ল। কৰ্ম্মবীৰ অৰ্থ-সচিবে নিউজাৰচিৰ মনোৰম পাসায়িক জলপ্ৰপাতৰ ওচৰত এটা কাৰখানা স্থাপন কৰিলে। ইয়াতে পেটাৰচন নগৰী গঢ়ি উঠিছিল। কিন্তু কৃষকবোৰে ইয়াৰ তীব্ৰ প্ৰতিবাদ কৰিলে। তেওঁলোকৰ খঙৰ কাৰণ হ'ল যে কাৰখানাৰ গৰাকীবিলাকৰ চনদত যি কোনো মানুহৰ মাটিত খাল খান্দিবৰ অধিকাৰ দিয়া আছিল। হেমিল্‌টনৰ কাৰখানাৰ ওপৰত দহ বছৰলৈকে কোনো কৰ নলগোৱাত আন আন কাৰখানাৰ মালিকবিলাকো অসন্তুষ্ট হৈছিল। আনকি তেওঁৰ কাৰখানাৰ শ্ৰমিকবোৰে সামৰিক কৰ্ত্তব্যৰপৰা অব্যাহতি পাইছিল।

হেমিল্‌টনৰ প্ৰতিভাৰ বিষয়ে কাৰো অলপো সন্দেহ নাই। তেওঁ অৰ্থনীতিবিদ্, মেধাবী আৰু তেজস্বী আছিল। যদিও বহুত অজ্ঞাত ব্যৱসায়ী আৰু ৰাজনীতিবিদ্ তেওঁৰ পৰিকল্পনাৰ সহায়ত ধনী হৈ পৰিছিল, তেওঁ কিন্তু নিজে সৎপথত আছিল বুলিয়েই বিশ্বাস।

শেষৰফালে জেফাৰচনে, হেমিল্‌টনৰ দৰে প্ৰতিপত্তি অৰ্জ্জন কৰিব পৰা নাছিল। জেফাৰচনৰ কামো সিমান গুৰুত্বপূৰ্ণ নাছিল। হেমিল্‌টনৰ বিৰুদ্ধে, হেমিল্‌টনৰ পৰিকল্পিত আমেৰিকা আৰু আমেৰিকানৰ বিৰুদ্ধে জেফাৰচনৰ অভিযান লাহে লাহে আৰম্ভ হৈছিল।

# চতুৰ্দ্দশ অধ্যায়

## মন্ত্ৰীসভাত প্ৰতিদ্বন্দ্বিতা

ফ্ৰান্সত প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠিত হ'ল। জেফাৰচনে অন্তৰৰপৰা এই নতুন চৰকাৰৰ সাফল্য কামনা কৰিলে। কিন্তু হেমিল্‌টনে ফৰাচী বিপ্লৱক খুব ভয় আৰু ঘৃণাৰ চকুৰে চাইছিল। তেওঁ আশা কৰিছিল যে ইংলণ্ডে এই গণতান্ত্ৰিক আন্দোলন সমূলে নিৰ্ম্মূল কৰিব। এইদৰে আমেৰিকাত ইউৰোপৰ বিষয়ে দুটা বিভিন্ন দৃষ্টিভঙ্গী গঢ়ি উঠিছিল—এটা বৃটিচৰ সপক্ষে (হেমিল্‌টন) আৰু আনটো ফৰাচী-বিলাকৰ সপক্ষে (জেফাৰচন)। প্ৰথমে হেমিল্‌টনেই আক্ৰমণকাৰীৰ ভূমিকা গ্ৰহণ কৰিলে।

ইংলণ্ডে প্ৰথমতে আমেৰিকালৈ মন্ত্ৰী পঠাবৰ কাৰণে কোনো সিদ্ধান্ত লোৱা নাছিল। কৰ্নেল জৰ্জ্জ বেক্‌উইথ নামৰ এজন বে-চৰকাৰী প্ৰতিনিধিৰ সহায়ত ইংলণ্ডৰ ব্যৱসায়-বাণিজ্য পৰিচালিত কৰা হৈছিল। জেফাৰচনে বেক্‌উইথৰ লগত কথা-বতৰা পাতিবলৈ অস্বীকাৰ কৰিলে। তেওঁৰ মতে এজন প্ৰকৃত চৰকাৰী মন্ত্ৰী পঠিয়াই আমেৰিকাৰ মৰ্য্যাদা স্বীকাৰ কৰি লোৱাই ইংলণ্ডৰ পক্ষে উচিত। গতিকে কোনো খবৰ বা সহায়ৰ প্ৰয়োজন হলে কৰ্নেল বেক্‌উইথে সকলো সময়তে স্বৰাষ্ট্ৰ-সচিবৰ পৰিৱৰ্ত্তে অৰ্থ-সচিবৰ কাষ চাপিছিল।

ইয়াৰ পিছত জৰ্জ্জ হেমণ্ড্ আমেৰিকাত বৃটেনৰ মন্ত্ৰী নিযুক্ত হ'ল। তেৰোঁ কৰ্নেলৰ পদানুসৰণকে কৰিলে। আনকি তেওঁ লণ্ডনৰ তেওঁৰ ওপৰৱালালৈও লিখি পঠালে যে বিশেষ দৰকাৰ নহলে জেফাৰচনৰ লগত সম্বন্ধ নৰখাই ভাল।

ইংলণ্ডৰ লগত শান্তিচুক্তি স্থাপন কৰাৰ পিছতো বৃটিচ সৈন্য উত্তৰ-পশ্চিম অঞ্চলৰপৰা আঁতৰি যোৱা 'নাছিল। যেতিয়া এই কথাটো হেমণ্ডক জনোৱা হ'ল তেওঁ হঠাতে কৈ পেলালে যে আচলতে সেইখন বৃটিচৰ দেশ, গতিকে তাত তেওঁলোকৰ সৈন্য ৰাখিবৰ সম্পূৰ্ণ অধিকাৰ আছিল। এই দাবী নাকচ কৰি জেফাৰচনে বৃটিচ কৰ্তৃপক্ষলৈ চিঠি লিখিলে। ইংলণ্ডৰ লগত যুদ্ধ কৰা জেফাৰচনৰ ইচ্ছা নাছিল। আমেৰিকাই মূল্যৱান বৃটিচ দ্ৰব্য বৰ্জন কৰিব পাৰে আৰু বহিৰ্বাণিজ্যও বন্ধ কৰিব পাৰে।

জেফাৰচনৰ উত্তৰত খুব বিচলিত হৈ হেমণ্ড্ তেওঁৰ প্ৰতি সহানুভূতি-সম্পন্ন বন্ধু হেমিল্‌টনৰ শৰণাপন্ন হ'ল। হেমিল্‌টনে বৃটিচ মন্ত্ৰীক জনালে যে জেফাৰচনে লিখা চিঠিখনত কেৱল জেফাৰচনৰ ব্যক্তিগত বৃটিচ বিৰোধী মনোভাবেই প্ৰকাশ কৰিছে, ৱাচিংটন বা মন্ত্ৰীসভাৰ মতামত তাত নাই। হেমণ্ডে এই বিবৃতি লণ্ডনলৈ পঠিয়ালে। লগতে অৰ্থ-সচিবৰ মতামতো জনাই দিলে। বৃটিচ চৰকাৰে এই বিৱৰণীটো একেবাৰেই অগ্ৰাহ্য কৰিলে। হেমণ্ডেও সেইটোকে বিচাৰিছিল। অলপ দিনৰ ভিতৰতে হেমিল্‌টনৰ এই দেশদ্ৰোহিতাৰ ভাব প্ৰকাশ পাইছিল আৰু মন্ত্ৰীসভাত তিক্ততা আৰু উত্তেজনা বাঢ়ি গ'ল।

১৭৯১ চনৰ বসন্ত কালত ঘটা এটা ঘটনাই উভয় পক্ষৰ মাজতে উত্তেজনাৰ সৃষ্টি কৰিলে। জন ফেনোৰ সম্পাদিত 'গেজেট অব্ দি ইউনাইটেড্ ষ্টেটচ্' নামৰ এখন সংবাদপত্ৰ ফেডাৰেলিষ্ট দলৰ মুখপত্ৰ আছিল। ১৭৯০ চনৰ শীতকালত এড্‌মণ্ড্ বাৰ্কৰ 'ৰিফ্লেক্‌চন্‌চ অন দি ৰিভলিউচন্ ইন ফ্ৰান্স' নামৰ ৰচনাখন প্ৰকাশ হ'লত গেজেটখনে খুব আনন্দ প্ৰকাশ কৰিলে।

এড্‌মণ্ড্ বাৰ্কৰ নাম আমেৰিকাবাসীসকলৰ বৰ প্ৰিয় হৈ পৰিছিল। কাৰণ তেওঁ ইংলণ্ডত নিজৰ ৰজাৰ বিৰুদ্ধে আমেৰিকাবাসীক অধিকাৰ দিয়াৰ সমৰ্থক আছিল। তেতিয়া তেওঁৰ বয়স ষাঠিৰ ওপৰ, তেওঁৰ দৰে এজন সম্ভ্ৰান্ত ইংৰাজৰ কাৰণে এটা বিপ্লৱেই যথেষ্ট আছিল।

ইয়াৰ উপৰিও পেৰিচৰ উন্মত্ত জনতাই ভাৰ্চাই আক্ৰমণ কৰি ৰাণী মেৰী এন্টিয়নেটৰ কুৎসা ৰচনা কৰিছে বুলি শুনি তেওঁ বৰ দুখ পালে। তেওঁৰ 'ৰিফ্লেক্‌চন্‌চ'ৰ প্ৰধান বিষয়বস্তু আছিল ৰাণী মেৰীৰ সৌন্দৰ্য্য, মাধুৰ্য্য আৰু ঐশ্বৰ্য্য-বিভূতিৰ বিৱৰণ। আমেৰিকাৰ প্ৰজাতান্ত্ৰিক দলৰ সৌভাগ্য-ক্ৰমে সেই সময়ত টমাচ পেইন নামৰ এজন ভদ্ৰলোকে ইংলণ্ডত বাস কৰিছিল। তেওঁ আমেৰিকাৰ বিপ্লৱত গুৰুত্বপূৰ্ণ অংশ গ্ৰহণ কৰিছিল। ১৭৭৬ চনত তেওঁৰ 'কমনচেন্স' নামৰ পুথিখনৰ কাৰণে আমেৰিকাৰ স্বাধীনতা আন্দোলন প্ৰকাশ্যভাৱে আৰম্ভ হয় আৰু ইয়াৰ ফল স্বৰূপে স্বাধীনতাৰ ঘোষণাপত্ৰৰ সৃষ্টি হয়। বিপ্লৱ-যুগৰ শেষৰ ফালে ঔপনিবেশিকসকলক সাহস দিবৰ কাৰণে তেওঁ 'দি ক্ৰাইচিচ্‌' নামৰ ৰচনাৱলী লিখিছিল। বাৰ্কৰ 'ৰিফ্লেক্‌চন্‌চ্‌' প্ৰকাশ হ'লত টম পেনে বৰ আনন্দ পালে। তাৰ উত্তৰ স্বৰূপে ১৭৯১ চনৰ বসন্তকালত ফৰাচী-বিপ্লৱৰ সপক্ষে তেওঁৰ আবেগময় ৰচনা 'দি ৰাইট্‌চ্‌ অৱ্‌ মেন্‌' প্ৰকাশ কৰিলে। বৃটিচ চৰকাৰে ইয়াক দমন কৰাৰ আগেয়ে এই পুথিখনি বহুল প্ৰচাৰ হ'ল, আনকি এইখন আমেৰিকাও পালেগৈ।

মেডিচনৰ এজন বন্ধুৱে পোনপ্ৰথমে এই কিতাপখন সংগ্ৰহ কৰিলে। মেডিচনে জেফাৰচনক এইখন পঢ়িবলৈ দিলে। গণতন্ত্ৰৰ এই ধুনীয়া ৰচনাখন পাই জেফাৰচন খুব উৎসাহিত হ'ল। ইতিমধ্যে ফিলাডেল্‌ফিয়াৰ এজন মুদ্ৰকৰ ওচৰলৈ পঠিয়াবৰ কাৰণে মেডিচনৰ বন্ধু এজনে কিতাপখন খুজি পঠিয়ালে। জেফাৰচনে উত্তৰত লিখি পঠালে যে পঢ়া শেষ হলে তেওঁ নিজেই মুদ্ৰাকৰলৈ পঠিওৱাৰ ব্যৱস্থা কৰিব। ধন্যবাদ জনাই জেফাৰচনে অৱশেষত কিতাপখন মুদ্ৰাকৰৰ ওচৰলৈ পঠিয়াই দিলে।

তেওঁ লিখিলে—"কিতাপখন ইয়াত পুণৰ মুদ্ৰিত হব বুলি জানি মই বৰ আনন্দ পাইছোঁ। মই দেখিছোঁ আমাৰ বিৰুদ্ধে যি ৰাজনৈতিক দুৰ্নীতি প্ৰচাৰিত হৈছে তাৰ বিৰুদ্ধে প্ৰকাশ্যভাৱে অলপ কোৱা হব। আমাৰ দেশবাসীসকলে যে 'কমনচেন্স'ৰ দৰেই আকৌ

এই কিতাপখনক কেন্দ্ৰ কৰি একত্ৰিত হৈ পৰিব সেই বিষয়ে মোৰ অলপো সন্দেহ নাই।"

কিতাপখনৰ মাৰ্কিন সংস্কৰণ প্ৰকাশ হ'লত, জেফাৰচনে চৰকাৰী পদবীৰে সৈতে নাম লিখা সেই কথা কেইশাৰী কিতাপখনৰ ভূমিকা-স্বৰূপে ব্যৱহাৰ কৰা দেখি তেওঁ আৰু তেওঁৰ ৰাজনৈতিক শত্ৰুবোৰ বিস্ময়ত অভিভূত হৈছিল। বৃটিচ প্ৰতিনিধিজনে বৰ বিৰক্তি বোধ কৰিলে। তেওঁ জানিব খুজিলে যে যি কিতাপখন বৃটিচ ৰজাই বাজেয়াপ্ত কৰিছে সেইখন কিতাপ আমেৰিকাৰ স্বৰাষ্ট্ৰ-সচিবে এইদৰে অনুমোদন কৰাৰ অৰ্থ কি? ফিলাডেল্‌ফিয়াৰ অভিজাত সম্প্ৰদায়েও বিস্ময় মানিলে। ভাইচ প্ৰেচিডেণ্ট জন আডাম্‌চ্‌ ইমান বিৰক্ত হৈছিল যে এই আক্ৰমণ যেন তেওঁৰ উদ্দেশ্যেই কৰিছে এই বুলিয়ে তেওঁ ভাবিছিল। বষ্টনত তেওঁৰ পুত্ৰ জন কুইন্‌চি আডামচৰ মনোভাবও তেনেই হ'ল। তেওঁ ততালিকে বহুত প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰিলে। সেইবোৰত বৃটিচ চৰকাৰৰ গুণকীৰ্ত্তন আৰু টম পেইন, জেফাৰচন আৰু গণতন্ত্ৰৰ প্ৰতি অশ্ৰদ্ধাপূৰ্ণ আছিল।

মেডিচনৰ লিখাবোৰত তেওঁ জেফাৰচনক সমৰ্থন কৰিলে। তেওঁৰ পিছত আছিল হেজাৰ হেজাৰ মানুহ। তেওঁলোকে কোনো প্ৰবন্ধ-পাতি লিখা নাছিল যদিও মনে-প্ৰাণে জেফাৰচনক সমৰ্থন কৰিছিল। এওঁলোকৰ ভিতৰত আছিল নতুন পশ্চিমাঞ্চলৰ খেতিয়কবোৰ, পাকৈত বিপ্লৱীসকল আৰু জনসাধাৰণ—যিসকলে স্বাধীনতাৰ ঘোষণাক অন্তৰৰপৰা গ্ৰহণ কৰিছিল।

গোটেই দেশ জুৰি ফৰাচী ৰাজনৈতিক সমিতিৰ অনুকৰণ কৰি ফেডাৰেলিষ্ট-বিৰোধী সমিতি গঢ়ি উঠিল। অৱশেষত দেশৰ ভিতৰত গণতান্ত্ৰিক মনোভাৱসম্পন্ন জনসাধাৰণৰ জাগৰণ আৰম্ভ হ'ল। দুইটা ৰাজনৈতিক দলৰ মাজত থকা বিভেদ স্পষ্টভাৱে দেখা গ'ল।

এতিয়া এণ্টি-ফেডাৰেলিষ্ট দলৰ মানুহবোৰে এটা গণতান্ত্ৰিক প্ৰজাতন্ত্ৰী দল গঠন কৰিবলৈ চেষ্টা কৰিলে। হেমিল্‌টন আৰু তেওঁৰ বন্ধুবোৰে

যেনেকৈ 'গেজেট্ অব্ দি ইউনাইটেড্ ষ্টেট্চ্' নামৰ কাকতখন সমৰ্থন কৰিছিল তেনেকৈ জেফাৰচনৰ কাৰণে তেওঁৰ বন্ধুবোৰে তেনেকুৱা এখন বাতৰি-কাকত উলিওৱা অপৰিহাৰ্য্য বুলি ভাবিলে। ১৭৯১ চনৰ ৩১ অক্টোবৰৰ দিনা 'নেচনেল গেজেট'ৰ প্ৰথম সংখ্যা প্ৰকাশ হ'ল। কবি ফিলিপ ফ্ৰেনো ইয়াৰ সম্পাদক হ'ল। তেওঁ এজন জন্মগত বিদ্ৰোহী, স্বাধীনতাৰ কবি আৰু ইংৰাজ চৰকাৰৰ প্ৰতি তেওঁৰ কোনো মৰম নাছিল। কাকতখনৰ প্ৰথম সংখ্যাত হেমিল্টনৰ নীতিৰ সমালোচনা-মূলক, বাৰ্কৰ বিৰুদ্ধে আৰু টম পেইনৰ প্ৰশংসাসূচক প্ৰবন্ধ প্ৰকাশ পাইছিল। বহুত চিনেটৰ আৰু কংগ্ৰেচৰ সভ্যই হেমিল্টনৰ বিলৰ সপক্ষে ভোট দি কেনেকৈ বহুত অৰ্থ লাভ কৰিছিল, সেইবোৰ কাহিনী পিছৰ সংখ্যাবোৰত প্ৰকাশিত হৈছিল।

এই কাকতখন দেখাৰ লগে লগে হেমিল্টন খঙত অগ্নিশৰ্ম্মা হৈছিল। তেওঁৰ খং জেফাৰচনৰ ওপৰতহে উঠিছিল, ফ্ৰেনোৰ ওপৰত উঠা নাছিল। তেওঁ ভাবিছিল যে এইবোৰ আচলতে জেফাৰ-চনৰে কাম। অৱশেষত এই আক্ৰমণ হেমিল্টনৰ অসহ্য হৈ পৰিল। তেওঁ ফ্ৰেনোৰ কাকতত 'এজন আমেৰিকান', 'এমিকৃচ্', 'এজন সহজ সৰল মানুহ' আদি ছদ্মনামেৰে বিষময় প্ৰবন্ধ লিখিবলৈ ধৰিলে। তেওঁ অভিযোগ কৰিলে যে জেফাৰচনে চৰকাৰী ধন অপব্যয় কৰি ফ্ৰেনোৰ নিচিনা এজন অসৎ মানুহক সহায় কৰি আহিছে আৰু চৰকাৰৰ চাউল খাই চৰকাৰকে নিন্দা কৰিছে।

এই ব্যক্তিগত বিবাদৰ কাৰণে ৱাচিংটনে মনত বৰ আঘাত পালে। তেওঁ চিঠিৰে জেফাৰচন আৰু হেমিল্টনক সোঁৱৰাই দিলে যে তেওঁলোকে এইদৰে আত্মকলহত ব্যস্ত থাকিলে তেওঁৰ অৱস্থা খুব বেয়া হৈ পৰিব। পৰস্পৰৰ প্ৰতি সহনশীল হবৰ কাৰণে তেওঁ দুয়োজনকে টানি অনুৰোধ কৰিলে।

তাৰ উত্তৰত হেমিল্টনে লিখিলে যে তেওঁ ফ্ৰেনোৰ কাকতত সেই প্ৰবন্ধবোৰ লিখিছিল। কিন্তু তেওঁ ইয়াকো জনালে যে

নিউইয়ৰ্কলৈ আহিয়েই জেফাৰচনে তেওঁৰ বিৰোধিতা কৰিবলৈ ধৰিছে। অৰ্থ-সচিবক জনসাধাৰণৰ আগত অপদস্থ কৰিবৰ কাৰণেই নেকি জেফাৰচনে 'নেচনেল গেজেট'খন প্ৰকাশ কৰিছে ?

জেফাৰচনে তেওঁৰ চিঠিত এই কথাই বুজাই দিলে যে হেমিল্টনৰ কাৰ্য্যপদ্ধতিৰ লগত তেওঁ একমত হব নোৱাৰে, কাৰণ এই জাতীয় কৰ্ম্মধাৰা চৰকাৰৰ কোনো এটা বিশেষ দপ্তৰক (ৰাষ্ট্ৰীয় ধনাগাৰ) জনসাধাৰণৰ নিৰ্ব্বাচিত আইন পৰিষদত (কংগ্ৰেচ)কৈ বেছি গুৰুত্ব দি, প্ৰজাতন্ত্ৰৰ স্বাৰ্থৰ পৰিপন্থী হে কৰিব পাৰে। বিশেষকৈ তেওঁ অভিযোগ কৰিলে যে হেমিল্টনে সদায় জেফাৰচনৰ বিভাগত, বিশেষকৈ ইংলণ্ড আৰু ফ্ৰান্সৰ বিষয়ে, হস্তক্ষেপ কৰি থাকে।

মন্ত্ৰীসভাৰ মাজত দলাদলি, হেমিল্টনৰ দলৰ গালি, অভিজাত সম্প্ৰদায়ৰ ভ্ৰূকুটিয়ে জেফাৰচনৰ মন ভাঙি পেলাবলৈ ধৰিলে। গোটেই ফ্ৰান্সৰ বৈঠকখানাত এদিন যিজনে নতুন যুগৰ পুৰোহিত বুলি সন্মানিত হৈছিল এতিয়া তেওঁ ফিলাডেল্ফিয়াৰ বৈঠকখানাবোৰত, কলেজত, বিচাৰকসকলৰ ওচৰত, ধৰ্ম্ম প্ৰচাৰকৰ বেদীত, সকলো ঠাইতে 'বেয়া গণতান্ত্ৰিক' বুলি নিন্দাৰ পাত্ৰ হৈ পৰিল।

১৭৯২ চনৰ মাৰ্চ মাহত ৱাচিংটনৰ কাৰ্য্যকাল শেষ হবলৈ মাথোন এবছৰ থাকোঁতে জেফাৰচনে মন্টিচেলত অৱসৰ গ্ৰহণ কৰিবৰ কাৰণে সাজু হ'ল।

১৭৯২ চনত যেতিয়া ৱাচিংটন দ্বিতীয়বাৰৰ কাৰণে প্ৰেচিডেন্ট নিৰ্ব্বাচিত হ'ল, তেওঁ জেফাৰচনক পদত্যাগ নকৰিবলৈ অনুৰোধ কৰিলে। মেডিচন্, মন্ৰো, পেজ আৰু এড্মণ্ড ৰেন্ডল্ফে এই অনুৰোধ সমৰ্থন কৰিলে। দেশক ফেডাৰেলিষ্টসকলৰ কবলৰপৰা ৰক্ষা কৰিবৰ কাৰণে আৰু যাতে আন মানুহে হেমিল্টনে তেওঁক মন্ত্ৰীত্বৰপৰা বিতাড়িত কৰিছে বুলি কব নোৱাৰে, সেই ভাবিয়েই জেফাৰচনে পদত্যাগ নকৰিলে। আৰু কিছুদিন তেওঁ মন্ত্ৰীসভাত থাকিবলৈ মনস্থ কৰিলে।

জেফাৰচনে ফিলাডেল্‌ফিয়াত থাকিবলৈ স্থিৰ কৰাৰ লগে লগেই ফেডাৰেলিষ্ট আৰু নতুন গণতান্ত্ৰিক প্ৰজাতন্ত্ৰবাদী দলৰ মাজত সংঘৰ্ষ জটিল হৈ পৰিল। ফ্ৰান্স আৰু ইংলণ্ডৰ প্ৰতি আমেৰিকাৰ মনোভাৱ কেনে হ'ব, ইও এটা ডাঙৰ সমস্যা হৈ পৰিল।

ফ্ৰান্সৰ বিপ্লৱী গভৰ্নমেণ্টে আমেৰিকালৈ এড্‌মণ্ড চাৰ্লচ জেনে নামৰ যিজন নতুন মন্ত্ৰী পঠিয়ালে তেওঁৰ কৌশলতকৈ উৎসাহৰ মাত্ৰাই বেছি আছিল। তেওঁ 'এম্বাচকেড্' নামৰ এখন ৰণতৰীৰে চাৰ্লচটনলৈ আহিল। তাৰপৰা ৰণতৰীখন ফিলাডেল্‌ফিয়ালৈ পঠাই দি আমেৰিকাৰ প্ৰজাতন্ত্ৰৰ লগত চিনাকি হ'বৰ উদ্দেশ্যে স্থল-পথেদি যাত্ৰা কৰিলে। বিপ্লৱী ফ্ৰান্সৰ ৰাষ্ট্ৰদূতক সম্বৰ্দ্ধনা জনাবৰ কাৰণে চাৰিওফালৰপৰা মানুহ ভাগি আহিল। 'এম্বাচকেড্'খন আগেয়ে ফিলাডেল্‌ফিয়া পালেহি। ৰণতৰীখন বন্দৰত প্ৰৱেশ কৰাৰ পিছত পোঙ্কৰটা বন্দুকৰ শব্দেৰে পোঙ্কৰখন দেশক অভিবাদন জ্ঞাপন কৰিলে। ফিলাডেল্‌ফিয়াৰ অধিবাসীবোৰে গোটেইদিন সেই জাহাজখন পিত্‌পিত্ পাত্‌পাত্‌কৈ চালে আৰু তেওঁলোকক আন্তৰিক অভ্যৰ্থনা জনালে।

ইতিমধ্যে মন্ত্ৰীসভাৰ পৰিস্থিতি বেয়াৰফালে ঢাল খালে। আমেৰিকাৰ চৰকাৰে জেনেৰ লগত কেনে ব্যৱহাৰ কৰিব সেই বিষয়টো লৈ খুব তৰ্ক-বিতৰ্কৰ সৃষ্টি হ'ল। হেমিল্‌টনে মন্ত্ৰীসভাক সুধিবৰ কাৰণে ৱাচিংটনক কিছুমান প্ৰশ্ন লিখি দিলে।

প্ৰথম প্ৰশ্ন :—জেনেক অভ্যৰ্থনা কৰা উচিত হ'ব জানো?

হেমিল্‌টনে উত্তৰ দিলে :—হ'ব, কিন্তু চৰ্ত্তাধীনভাৱে।

জেফাৰচনে ক'লে :—নহয়, বিনাচৰ্ত্তে অভ্যৰ্থনা কৰা উচিত।

দ্বিতীয় প্ৰশ্ন :—তেওঁক মন্ত্ৰীৰ সন্মান দিয়া উচিত হ'ব নে?

হেমিল্‌টনে ক'লে :—ৰজাক হত্যা কৰাটো ন্যায়সঙ্গত হৈছিল বুলি কোনো প্ৰমাণ নাই। গতিকে, যেতিয়া বহুত বিশিষ্ট দায়িত্বশীল লোকে এই নতুন গণতান্ত্ৰিক ৰাষ্ট্ৰৰ বিৰুদ্ধাচৰণ কৰিছে তেতিয়াহ'লে

আমিয়েই বা ইয়াৰ পক্ষ লম কিয় ? গতিকে, আমি জেনেক অভ্যৰ্থনা কৰিম, কিন্তু মন্ত্ৰী হিচাপে সন্মান নিদিওঁ।

জেফাৰচনে ক'লে :—আমি যদি এই মন্ত্ৰীজনক অভ্যৰ্থনাই কৰোঁ তেনেহলে তেওঁৰ চৰকাৰক স্বীকাৰ কৰি লোৱা হব। যদি তেওঁক গ্ৰহণ নকৰোঁ তেনেহলে তেওঁৰ চৰকাৰকো অস্বীকাৰ কৰা হব।

তৃতীয় প্ৰশ্ন :—আমাৰ লগত হোৱা ফ্ৰান্সৰ পুৰণি সন্ধিবোৰৰ বৰ্ত্তমান অৱস্থা কেনে ?

হেমিল্টনে উত্তৰ দিলে :—আমি ৰজাৰ লগত এইবোৰ চুক্তি কৰিছিলোঁ। বৰ্ত্তমান কোনো ৰজা নাই, গতিকে সেই চুক্তিবোৰৰ কোনো মূল্য নাই।

জেফাৰচনে উত্তৰ দিলে :—আমি ফৰাচী জাতি, অৰ্থাৎ ফ্ৰান্সৰ জনসাধাৰণৰ লগত চুক্তি কৰিছিলোঁ। আগতে তেওঁলোকে ৰজাৰ নামতহে কাম-কাজ কৰিছিল, এতিয়া বিনা ৰজাৰেই কৰিবলগীয়া হৈছে। এই বিষয়ে আমি চিন্তা কৰি মূৰ ঘমোৱাৰ কোনো প্ৰয়োজন নাই, কাৰণ সেইটো ফ্ৰান্সৰ ঘৰুৱা কথা। তাৰোপৰি এই সন্ধিৰ চুক্তিবোৰ স্বাক্ষৰিত হোৱাৰ পিছত আমাৰ দুই জাতিৰ শাসন-ব্যৱস্থা পৰিৱৰ্ত্তিত হৈছে। দুইটা জাতি যেতিয়া জীয়াই আছে তেতিয়া তেওঁলোকৰ সম্পাদিত চুক্তিও বলবৎ থাকিব।

সেই সময়ৰপৰা জেফাৰচনৰ এইবোৰ মতবাদ জাতীয় স্বীকৃতি পোৱা সমস্যা সমাধান কৰোঁতে, আমেৰিকাৰ স্বৰাষ্ট্ৰ দপ্তৰৰ মূল-নীতি হিচাপে পৰিগণিত হৈ আহিছে।

ৱাচিংটনে জেনেক অভ্যৰ্থনা জনাই গ্ৰহণ কৰাকে স্থিৰ কৰিলে। কিন্তু ফ্ৰান্সৰ লগত ইংলণ্ডৰ বা ইউৰোপৰ আন কোনো ৰাজ্যৰ লগত যুদ্ধ হ'লে তেওঁ নিৰপেক্ষ হৈ থাকিবলৈ সিদ্ধান্ত কৰিলে।

'এম্‌বাচ্‌কেড'ৰ দুসপ্তাহৰ পিছত জেনে ফিলাডেল্‌ফিয়াত তেওঁৰ আনন্দোজ্জ্বল ভ্ৰমণ শেষ কৰিলে। জেফাৰচনে তেওঁক আন্তৰিকভাৱে অভ্যৰ্থনা জনালে। কিন্তু প্ৰেচিডেণ্টৰ লগত দেখা কৰোঁতে তেওঁৰ

ব্যৱহাৰত জেনেই আন্তৰিকতাৰ বিশেষ অভাৱ অনুভৱ কৰিলে। তেওঁ উপলব্ধি কৰিব নোৱাৰিলে কিয় আমেৰিকাৰ প্ৰেচিডেণ্ট, মন্ত্ৰীসভা, কংগ্ৰেচৰ বেছিভাগ সভ্যই প্ৰজাতন্ত্ৰী ফ্ৰান্সৰ ওপৰত সহানুভূতিসম্পন্ন নহয়। তেওঁ নিজ চকুৰে দেখিছিল যে জনসাধাৰণৰ চাৰি ভাগৰ তিনি ভাগেই মহা উৎসাহেৰে তেওঁৰ কাষ চাপি আহিছে। আমেৰিকাৰ জনসাধাৰণ আৰু আমেৰিকাৰ চৰকাৰৰ মাজত থকা এই পাৰ্থক্য দেখি বিস্মিত হৈ তেওঁ খুব বিৰক্তি অনুভৱ কৰিলে।

তেওঁ দাবী কৰিলে যে ফ্ৰান্স আৰু আমেৰিকাৰ মাজৰ সন্ধিৰ চৰ্ত্ত অনুযায়ী বৃটিচ জাহাজ লুট কৰিবৰ কাৰণে তেওঁ বেচৰকাৰী যুদ্ধজাহাজ সুসজ্জিত কৰিব। জেফাৰচনে তেওঁক বুজাই দিলে যে ৱাচিংটনে ফ্ৰান্সৰ যুদ্ধত নিৰপেক্ষ হৈ থাকিব বুলি স্থিৰ কৰিছে, গতিকে আমেৰকিাত বিপক্ষৰ জাহাজ লুট কৰিবৰ উদ্দেশ্যে বেচৰকাৰী যুদ্ধজাহাজ ব্যৱহাৰ কৰিবলৈ নিদিব। অৱজ্ঞাসূচকভাৱে জেনে উত্তৰ দিলে যে আমেৰিকাবাসী নিৰপেক্ষ নহয়। জেফাৰচনে ক'লে— 'সেইটো সঁচা কিন্তু প্ৰেচিডেণ্টে সিদ্ধান্ত কৰিছে.....।' জেনে চিয়ঁৰি ক'লে—'প্ৰেচিডেণ্টে কি কৰিব? আমেৰিকা জানো প্ৰজাতন্ত্ৰ নহয়?' জেফাৰচনে তেওঁক বুজাবলৈ ধৰিলে যে কংগ্ৰেচে আইন কৰিলেও প্ৰেচিডেণ্টে সেই আইন কাৰ্যাত পৰিণত কৰে আৰু কোনেও তেওঁক জোৰ কৰি আইন কাৰ্য্যকৰী কৰাব নোৱাৰে। জেনেই থিয় হৈ জেফাৰচনক অভিবাদন জনাই ক'লে যে এনেকুৱা শাসনতন্ত্ৰৰ ওপৰত তেওঁৰ কোনো শ্ৰদ্ধা থাকিব নোৱাৰে।

সেইসময়ত জেনেৰ কামকাজত অলপ বলিয়ালিৰ চিন দেখা গ'ল। তেওঁ কিছুমান বেচৰকাৰী যুদ্ধজাহাজ সজ্জিত কৰিলে, এটা জেকোবিন সম্প্ৰদায়ভুক্ত বিপ্লৱী সমিতি গঠন কৰিলে। লগতে যুক্তৰাষ্ট্ৰত এটা ফৰাচী অশ্বাৰোহী সৈন্যদল গঠন কৰিলে।

'এম্‌বাচকেডে' ধৰা জাহাজবোৰৰ ভিতৰত অন্যতম আছিল বৃটিচ জাহাজ 'লিটিল চাৰা'। জেনে সেইখনৰ নতুন নাম দিলে

লে পেটিট ডেমক্রেট'। তাৰ পিছত সেইখনক সজাই-পৰাই ফিলাডেল্ফিয়াৰ প্ৰেচিডেণ্টৰ বাসভৱনৰপৰা দুই এক-মাইলৰ ভিতৰৰ ডেলাৱাৰ নৈৰ মোহনাৰপৰা ৰাওণা কৰাবৰ কাৰণে ব্যৱস্থা কৰিছিল।

ৱাচিংটন তেতিয়া তাত উপস্থিত নাছিল, মাউণ্ট ভাৰনতহে আছিল। জেফাৰচনে জেনেক অঙ্গীকাৰ কৰাই ল'লে যে ৱাচিংটন উভতি নহালৈকে তেওঁ 'লিটিল্ ডেমক্রেট'খন পঠিয়াই নিদিয়ে। কাৰণ জাহাজখনত আমেৰিকাৰ অস্ত্ৰ-শস্ত্ৰ আৰু নাগৰিক আছিল বুলি তেওঁ সন্দেহ কৰিছিল আৰু সেয়েহে জেফাৰচনে বিচাৰিছিল যে প্ৰেচিডেণ্টে নিজেই যি কৰিব লাগে তাক কৰিব।

প্ৰেচিডেণ্ট অহাৰ আগেয়ে সেই জাহাজখন যাবৰ উপক্ৰম কৰিলেই তাৰ ওপৰত গুলীবৰ্ষণ কৰিবৰ কাৰণে হেমিল্টনে মেড্ দ্বীপত এশাৰী বন্দুক সাজু কৰিছিল। যি নম্ৰতাৰে ইংলণ্ডৰ সকলো অপমান হেমিল্টনে বিনা প্ৰতিবাদে হজম কৰিছিল সেইবোৰ দেখি-শুনি হেমিল্টনৰ এনে মূৰ্খামি দেখি জেফাৰচনৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। তেওঁ ক'লে—'সুসজ্জিত বন্দুকৰ শাৰীয়ে জাহাজবোৰক ৰাওণা হ'বলৈহে উৎসাহিত কৰিব। কুৰিখন ফৰাচী ৰণতৰী আৰু ডেৰশখন বাণিজ্য জাহাজ ডেলৱাৰলৈ আহিবলৈ সাজু হৈ আছে, ৰক্তপাত হোৱা খবৰ পোৱা মাত্ৰকে সেইবোৰে আহি যুদ্ধত যোগ দিবহি।'

বন্দুকবোৰ সজ্জিত কৰা নহ'ল। ৱাচিংটন উভতি আহিল। মন্ত্ৰীসভাৰ কন্দল বাঢ়ি যোৱাত তেওঁ ভৱিষ্যতে এই জাতীয় সমস্যাবোৰ সমাধান কৰিবৰ কাৰণে সুপ্ৰীম কোৰ্টৰ ওপৰত ভাৰ দিবলৈ মনস্থ কৰিলে। তিনদিনৰ ভিতৰত 'পেটিট ডেমক্রেট' সাগৰলৈ যাত্ৰা কৰিলে।

জেনেৰ এইবোৰ কাম কূটনীতিজ্ঞৰ দৰে নাছিল। তেওঁৰ এই অদূৰদৰ্শী কাৰ্য্যাৱলীৰ বিবৰণ ফ্ৰান্সলৈ পঠিয়াই দিলে আৰু লগতে জেফাৰচনে প্ৰতিবাদ কৰি যিবোৰ চিঠি-পত্ৰ লিখিছিল সেইবোৰৰ

নকলও পঠিয়াই দিলে। ফ্রান্সক মন্ত্ৰী ঘূৰাই নিবলৈ অনুৰোধ কৰা হ'ল। স্বৰাষ্ট্ৰ-সচিব হিচাপে জেফাৰচনৰ শেষ কৰ্ত্তব্য হ'ল জেনেক তেওঁৰ কামৰ প্ৰতিবাদ কৰি এখন চিঠি লিখা। ৱাচিংটনে বিশেষ অনুৰোধ কৰা সত্বেও এইবাৰ পদত্যাগ কৰিবলৈ জেফাৰচন দৃঢ় প্ৰতিজ্ঞ হ'ল।

জেনেক ফ্ৰান্সলৈ মাতি পঠিওৱা হ'ল। ফ্ৰান্সেও আমেৰিকাক গভৰ্ণৰ মৰিচক আমেৰিকালৈ ওভোটাই নিবলৈ অনুৰোধ কৰিলে। মৰিচৰ কাৰ্য্যাৱলীও জেনেৰ দৰে অ-কূটনৈতিক আছিল। কিন্তু জেনে নিউইয়ৰ্কৰ গোড়া প্ৰজাতান্ত্ৰিক শাসনকৰ্ত্তা জৰ্জ ক্লিনটনৰ কন্যাৰ প্ৰতি আসক্ত হয় আৰু পিছত তেওঁক বিয়া কৰাই আমেৰিকাৰ নাগৰিক হৈ তেওঁ পিছৰ জীৱন যুক্তৰাজ্যত অতিবাহিত কৰিব ধৰিলে।

—০—

# পঞ্চদশ অধ্যায়

## কোন বাক, ফ্ৰান্স নে ইংলণ্ড

জেফাৰচনে ১৭৯৩ চনৰ শেষৰ দিনা মন্ত্ৰীসভাৰপৰা পদত্যাগ কৰিলে। প্ৰায় আঢ়ৈ বছৰ তেওঁ তেওঁৰ অতি মৰমৰ 'মন্টিচেল'ৰ কামত কটালে। তেওঁ ঘৰটো নতুনকৈ সাজিলে। খেতি-পথাৰ চাই, অতিথি সংকাৰ কৰি আৰু চিঠি-পত্ৰ লিখিয়েই তেওঁ সময় কটাবলৈ ধৰিলে। যেন ইয়াতেই তেওঁ প্ৰাণ বিচাৰি পাইছিল। তেতিয়া তেওঁৰ বয়স আঢ়ৈ-কুৰিৰ দেওনা পাৰ হৈছিল। সাধাৰণ মানুহৰ দৰে খেতি-পথাৰ কৰিয়েই জীৱনৰ বাকী দিনকেইটা অতিবাহিত কৰিবলৈ তেওঁ মন কৰিছিল। ফিলাডেল্‌ফিয়ালৈ গৈ পুনৰ কাৰ্য্যভাৰ গ্ৰহণ কৰিবৰ কাৰণে ৱাচিংটনে তেওঁক টানি অনুৰোধ কৰিলে। কিন্তু তেওঁ সেই আমন্ত্ৰণ প্ৰত্যাখ্যান কৰিলে।

নিউইয়ৰ্কত ওকালতি কৰিবৰ কাৰণে জেফাৰচনৰ দুবছৰৰ পিছত হেমিল্‌টনেও পদত্যাগ কৰিলে। অৱশ্যে দলৰ নেতা হিচাপে তেওঁ তেতিয়াও কাম কৰি আছিল। যেতিয়া খবৰ আহিল যে ৱাচিংটনে তৃতীয়বাৰৰ কাৰণে প্ৰেসিডেণ্টৰ পদ গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছে তেতিয়া ৰিপাব্‌লিকান দলে জেফাৰচনকে সেই পদত নিৰ্ব্বাচিত কৰিবৰ কাৰণে আন্দোলন কৰিবলৈ আৰম্ভ কৰিলে। ইফালে ফেডাৰেলিষ্ট দলে জন আডাম্‌চক তেওঁলোকৰ মনোনীত প্ৰাৰ্থী বুলি ঘোষণা কৰিলে। কিন্তু এইটো একেবাৰেই হেমিল্‌টনৰ মনঃপূত নহ'ল। আডাম্‌চ যদিও ফেডাৰেলিষ্ট দলৰ এজন বিশিষ্ট কৰ্ম্মী আছিল, তেওঁ কিন্তু সহজে আনৰ দ্বাৰা চালিত নহৈছিল। যি

কেইজন ফেডাৰেলিষ্টে হেমিলটনৰ আদেশত সূৰ্য্যোদয় বা সূৰ্য্যাস্ত হয় বুলি বিশ্বাস নকৰিছিল, তেৰোঁ সেইকিজনৰ ভিতৰৰে এজন আছিল। হেমিলটনে আডামচ্ক পৰাজিত কৰিবৰ কাৰণে টমাচ পিঙ্ক নামৰ আন এজন ফেডাৰেলিষ্টক নিৰ্ব্বাচিত কৰিবলৈ উঠি-পৰি লাগিল।

কিন্তু হেমিল্টনৰ কাৰণে এই ষড়যন্ত্ৰৰ ফলাফল খুব শোচনীয় হ'ল। আডাম্চ প্ৰেচিডেণ্ট আৰু জেফাৰচন ভাইচ-প্ৰেচিডেণ্ট নিৰ্ব্বাচিত হ'ল। এই নিৰ্ব্বাচনত আডাম্চে পালে ৭১টা ভোট আৰু জেফাৰচনে পালে ৬৮টা। সেইদিনৰ নিয়ম অনুসৰি প্ৰেচিডেণ্ট পদৰ প্ৰাৰ্থীসকলৰ ভিতৰত যি দ্বিতীয় সৰ্ব্বাধিক ভোট পায় তেৰেঁই ভাইচ-প্ৰেচিডেণ্ট হৈছিল। আডাম্চে অৱশেষত ৱাচিংটনৰ পুৰণা মন্ত্ৰীসভাৰ সকলোকে নতুন মন্ত্ৰী-সভাত ঠাই দিলে। গতিকে হেমিল্টনৰ আদেশ মানি চলা ৰক্ষণশীল ফেডাৰেলিষ্টসকলৰ সকলো ক্ষমতা লোপ নাপালে।

১৭৯৭ চনৰ ৪ মাৰ্চৰ দিনা জেফাৰচনে চিনেট সভাত শপত গ্ৰহণ কৰি তেওঁৰ চৰকাৰী পদ গ্ৰহণ কৰিলে আৰু প্ৰচলিত ৰীতি অনুযায়ী তেওঁ চিনেটৰ সভাপতিও হ'ল।

চিনেটৰ সভাপতিত্ব কৰা, বিদেশী জাতিসমূহৰ লগত যোগাযোগ ৰাখি কাম কৰাৰ সমান টান নাছিল। জেফাৰচন স্বৰাষ্ট্ৰ-সচিব হৈ থাকোঁতে চিনেটৰ কৰ্ম্মপদ্ধতিৰ কাৰণে কিছুমান নতুন নিয়ম যুগুত কৰিছিল, আৰু আজিও সেইবোৰ নিয়ম চলি আছে। গতিকে চিনেটৰ এতিয়াৰ কিছুমান নিয়মাৱলীৰ কাৰণেও তেৰেঁই দায়ী আছিল।

কিন্তু হঠাতে এই শান্তি-সূচক সংস্কাৰৰ মাজতে জেফাৰচন আমেৰিকাৰ আটাইতকৈ ঘৃণাৰ পাত্ৰ হৈ পৰিল। অৱশ্যে বাহিৰা পৰিস্থিতিয়েই ইয়াৰ মূল কাৰণ। গভৰ্নৰ মৰিচক পেৰিচৰপৰা মাতি অনাৰ পিছত জেম্চ মন্ৰোক যুক্তৰাজ্যৰ প্ৰতিনিধি হিচাপে ফ্ৰান্সলৈ পঠোৱা হ'ল। ফ্ৰান্সত মন্ৰোক খুব আদৰ-অভ্যৰ্থনা জনোৱা হৈছিল। ফ্ৰান্সত জেফাৰচনৰ এই বন্ধুজনৰ জনপ্ৰিয়তা বাঢ়ি যোৱাটো

ফেডাৰেলিষ্ট দলৰ প্ৰাধান্য-বিশিষ্ট মন্ত্ৰীসভাই ভাল নাপালে। আনকি তেওঁলোকে তেওঁলোকৰ এই প্ৰতিনিধিজনৰ লগত খোলাখুলিভাৱে সৰল ব্যৱহাৰো নকৰিলে। ইংলণ্ডৰ লগত আমেৰিকা যুক্ত হোৱাৰ কোনো আশঙ্কা নাই বুলি মনৰোৱে ফৰাচীসকলক ক'লে। তেওঁকো এইদৰেই কৈ পঠোৱা হৈছিল। কিন্তু যেতিয়া উৰা-বাতৰি আহি তেওঁৰ কাণত পৰিলে যে জন্ জে'ই লণ্ডনত ইংলণ্ডৰ অনুকূলে এখন সন্ধিপত্ৰ স্বাক্ষৰ কৰিছে তেতিয়া ফৰাচীসকলে যেনেকৈ আচৰিত হৈছিল তেৱোঁ তেনেকৈ আচৰিত হৈছিল। কিন্তু ফৰাচীসকলে কল্পনাই কৰিব পৰা নাছিল যে আমেৰিকান চৰকাৰে নিজৰ প্ৰতিনিধিৰ লগত কপটতা কৰিছে। ফলত মনৰো খুব অপ্ৰিয়ভাজন হৈ পৰিল আৰু ৱাচিংটনে তেওঁক ওভোটাই নিবলৈ বাধ্য হ'ল।

জে'ৰ সন্ধিয়ে ফেডাৰেলিষ্ট দলৰ সফলতাৰ সূচনা কৰিলে। ইয়াৰ ফলত আমেৰিকা আৰু ইংলণ্ডৰ সম্পৰ্ক ঘনিষ্ঠতৰ হৈ পৰিল। অৱশ্যে আনহাতেদি ই আমেৰিকাৰ কাৰণে পৰাজয়হে আছিল, কাৰণ এই সন্ধিপত্ৰত বৃটিচবোৰে আমেৰিকাৰ জাহাজত উঠি জাহাজৰ নাৱিকৰ ওপৰত অত্যাচাৰ কৰাৰ কোনো উল্লেখ নাছিল। গতিকে তেতিয়া ফৰাচীসকলে ভাবিলে যে তেওঁলোকৰ শত্ৰু ইংলণ্ডৰ লগত বেহা-বেপাৰ কৰা আমেৰিকাৰ জাহাজবোৰৰ বিৰুদ্ধে বেচৰকাৰী লুণ্ঠনকাৰী যুদ্ধ-জাহাজ পঠিৱাটো তেওঁলোকৰ কাৰণে অযুক্তিসঙ্গত নহব।

ৱাচিংটনে তেতিয়া গোড়া ফেডাৰেলিস্ট সেনাপতি চি. চি. পিঙ্কনেক ফ্ৰান্সলৈ পঠিয়াইছিল। উত্তেজিত হৈ থকা ফৰাচীসকলে তেওঁক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে। এনে দোধোৰ-মোধোৰ অৱস্থাত আডাম্‌চ্ নতুন প্ৰেচিডেণ্ট হ'ল।

জে'ৰ অসম্মানজনক সন্ধিৰ কাৰণে দেশৰ সহৰভাগ মানুহেই ৰজা জৰ্জৰ লগত পুনৰ যুদ্ধ কৰিবলৈ সাজু হৈছিল। গতিকে ফেডাৰেলিষ্টসকলে এনে অৱস্থাত ফ্ৰান্সৰ লগত নতুন কাজিয়াৰ সৃষ্টি নকৰাকে উচিত বুলি বিবেচনা কৰিলে। ফ্ৰান্সৰ লগত পুনৰ বন্ধুত্ব

স্থাপন কৰিবৰ কাৰণে হেমিল্‌টনে এটা 'আয়োগ' পঠিয়াবলৈ প্ৰস্তাৱ কৰিলে। সমগ্ৰ দেশৰ সমৰ্থন লাভ কৰিবৰ অৰ্থে এই আয়োগৰ এজন সভ্য ৰিপাব্‌লিকান দলীয় হোৱা উচিত। হেমিল্‌টনে তেওঁৰ মুখপাত্ৰ জেনেৰেল নক্সৰ যোগেদি জেফাৰচনক ৰিপাব্‌লিকান সভ্য বুলি মনোনীত কৰিবলৈ প্ৰস্তাৱ কৰিলে। ইয়াৰ অন্তৰালত জেফাৰচনক দেশৰপৰা আঁতৰাই ৰখাই হয়তো তেওঁৰ উদ্দেশ্য আছিল।

উত্তৰত আডাম্‌চে নক্সলৈ লিখি পঠালে, 'ফ্ৰান্সৰ ৰজাই যদি তেওঁৰ বৰ ককায়েক মচিয়েক ৰাষ্ট্ৰদূত হিচাপে পঠায়, তেনেহলে ইউৰোপীয়সকলে বাৰু কি ভাবিব ? ইফালে মিঃ জেফাৰচনৰ অৱস্থাও তথৈবচ। তেওঁ এই দেশৰ যুৱৰাজৰ নিচিনা আৰু দেশৰ সাৰ্ব্বভৌম ক্ষমতাৰ উত্তৰাধিকাৰীও বুলিব পাৰি।' আডাম্‌চে জেফাৰচনৰ লগত এই বিষয়ে আলোচনা কৰিবলৈ ঠিক কৰিলে। তেওঁ জেফাৰচনক সুধিলে যে মেডিচনক ফ্ৰান্সলৈ যাবলৈ সন্মত কৰাব পৰা যাবনে নেযাব। এই বিষয়ে জেফাৰচনৰ অলপ সন্দেহ আছিল যদিও তেওঁ মেডিচনক সুধি-পুছি চাবলৈ সন্মত হ'ল।

মেডিচন ফ্ৰান্সলৈ যাবলৈ মান্তি নহ'ল। ইয়াৰ পিছত যেতিয়া জেফাৰচনৰ লগত আডাম্‌চৰ দেখাদেখি হ'ল আৰু জেফাৰচনে মেডিচনৰ কথা উলিয়ালেই আডামচে অস্বস্তিবোধ কৰিবলৈ ধৰিলে আৰু লৰালৰিকৈ তেওঁ সেই ঠাইৰপৰা আঁতৰি গ'ল তেতিয়া জেফাৰচনে ভাবিলে ইতিমধ্যে নিশ্চয় কিবা ঘটিছে। মেডিচনৰ নিচিনা এজন উৎসাহী ৰিপাব্‌লিকানক ফ্ৰান্সলৈ পঠিয়ালে আডাম্‌চৰ সমগ্ৰ মন্ত্ৰীসভাই পদত্যাগ কৰিব বুলি ভয় দেখুৱালে। নাতি সম্পৰ্কে পৰামৰ্শ বিচাৰি আডাম্‌চে ইয়াৰ পিছৰপৰা কেতিয়াও জেফাৰচনৰ ওচৰ নেচাপিছিল।

আডাম্‌চে শেষত যি তিনিজন মানুহক ফ্ৰান্সলৈ পঠিয়াইছিল তেওঁলোক হ'ল জেনেৰেল পিঙ্কনে (ফেডাৰেলিষ্ট), জন মাৰ্চেল (ফেডাৰেলিষ্ট) আৰু এল্‌ব্ৰিজ গেৰী। ৰিপাব্‌লিকান গেৰী আছিল

স্বাধীনতাৰ ঘোষণা-পত্ৰত স্বাক্ষৰকৰীসকলৰ ভিতৰৰ এজন। তেওঁ পিছত মেডিচনৰ অধীনত ভাইচ-প্ৰেচিডেণ্ট হৈছিল।

সেই সময়ত টেলিৰেণ্ড ফৰাচী চৰকাৰৰ বৈদেশিক মন্ত্ৰী আছিল। তেওঁ ভালেমানদিন এই আমেৰিকান কমিছনাৰ তিনিজনৰ লগত দেখা-সাক্ষাৎ কৰা নাছিল। অৱশেষত এদিন গধূলি তিনিজন মানুহে তেওঁলোকৰ লগত দেখা কৰিলে। বুৰঞ্জীত এওঁলোকৰ নাম এক্স, ৱাই, জেড্ বুলি উল্লেখ আছে। বৰ্ণমালাৰ শেষৰ আখৰ তিনিটাই বুজালে যে সেইদিনত চৰকাৰৰ লগত কোনো কাম কৰিবলৈ গ'লে ফৰাচী চৰকাৰৰ উচ্চ-পদস্থ বিষয়াসকলক ৰাউলী শৰাই নিদিয়াকৈ কৰিব নোৱাৰি।

- মাৰ্কিন কমিচনাৰসকলে এই নাভূত-নাশ্ৰুত কথাটো শুনি আচৰিত হৈছিল আৰু তাকে দেখি এই নাম নোহোৱা মানুহকিজনে মাত্ৰ মুৰকিটা জোকাৰিছিল।

এই এক্স, ৱাই, জেডৰ লগত কমিচনাৰ কিজনৰ ইয়াৰ পিছতো কেইবাবাৰো দেখাদেখি হৈছিল। তেতিয়া ফৰাচী বিপ্লৱৰ নৈতিক অৱনতি হৈছে। বিপ্লবীবোৰৰ নৈতিক অৱনতি ইমান হৈছিল যে অলপদিনৰ ভিতৰতে নেপোলিয়নৰ হাতত তেওঁলোকৰ পৰাজয় হ'ল। টেলিৰেণ্ডৰ দৰে এজনমানুহে যেতিয়া ইমান উচ্চ পদত অধিষ্ঠিত হব পাৰিলে তেতিয়াই বুজা গ'ল যে গোপনে কিমান ঘটনাই ঘটিব পাৰে। এইবোৰ দেখিশুনি মেডিচন স্তম্ভিত হৈছিল। এনেকুৱা কাৰ্য্যকলাপ-বোৰে আমেৰিকাক ইংলণ্ডৰ দুই বাহুৰ মাজলৈ নিশ্চয় ঠেলি নিব।

ফেডাৰেলিষ্ট দলৰ বাতৰিকাকতবোৰে ফ্ৰান্সৰ প্ৰতি ঘৃণাত নাক কোচালে। এই সময়তে কংগ্ৰেচে নৌসচিবৰ পদ সৃষ্টি কৰিলে।

যি হেমিলটনে মাত্ৰ কেইমাহমানৰ আগতে জেফাৰচনক এটা শান্তি আয়োগৰ প্ৰতিনিধি হিচাপে ফ্ৰান্সলৈ পঠিয়াব খুজিছিল, তেওঁৰেই হঠাত তেওঁৰ অনুচৰবৰ্গৰদৰেই যুদ্ধৰ কাৰণে মতলীয়া হৈ পৰিল। অৱশ্যে এক্স, ৱাই, জেডৰ ঘটনাটো ইয়াৰ কাৰণ নহয়।

ফ্ৰান্সিচ্‌কো মিৰাণ্ডা নামৰ ভেনিজুয়েলাৰ অধিবাসী এজন ধনী দেশপ্ৰেমিক যুঁজাৰু আছিল। তেওঁ আমেৰিকাৰ বিপ্লৱৰ সময়ত ফৰাচী বাহিনীত কাম কৰিছিল। তেওঁ ফৰাচী বিপ্লৱৰ যুদ্ধতো অংশ গ্ৰহণ কৰিছিল। এতিয়া তেওঁ স্পেনৰ বিৰুদ্ধে এটা দক্ষিণ আমেৰিকাৰ বিপ্লৱৰ সপোন দেখিছিল তেওঁ লণ্ডনত মাৰ্কিন ৰাষ্ট্ৰদূত ৰুফাচ কিঙৰ লগত দেখা কৰি তেওঁকো এই আঁচনিৰ প্ৰতি উৎসাহিত কৰিলে। কিংএ হেমিল্‌টনলৈ এই বিষয়ে লিখিলে। ইয়াৰ উদ্দেশ্য আছিল স্পেনক ফ্ৰান্সৰ লগত দলবদ্ধ কৰা; তাৰপিছত ফ্ৰান্সৰ বিৰুদ্ধে আমেৰিকাৰ যুদ্ধ ঘোষণা আৰু লগতে স্পেনৰ বিৰুদ্ধেও যুদ্ধ কৰা। আৰু সেই সুযোগতে আমেৰিকা আৰু ইংলণ্ডে লগলাগি দক্ষিণ আমেৰিকাৰ উপনিবেশবোৰ স্পেনৰ কৱলৰপৰা মুক্ত কৰিব। ইয়াৰ কাৰণে যুক্তৰাজ্যই কি পাব? কিয়, ফ্লৰিডা আৰু কিউবা পাব!

ইয়াৰ ভিতৰত হেমিল্‌টনৰ কাৰণে আটাইতকৈ আনন্দৰ বিষয় হ'ল—তেওঁ নিজে দক্ষিণ আমেৰিকাত যুক্তৰাজ্যৰ অভিযানকাৰী সেনাবাহিনীৰ নেতৃত্ব কৰাৰ সপোন দেখিছিল। তেওঁ ফ্ৰান্সৰ বিৰুদ্ধে নানাভাৱে আক্ৰমণ-সূচক প্ৰবন্ধ লিখিবলৈ ধৰিলে।

ৰিপাব্‌লিকান দলৰ স্বীকৃত নেতা হিচাপে জেফাৰচনেও গালি-শপনিৰ ভাগ লবলগীয়া হৈছিল। আনকি জেফাৰচনৰ মেজত চোৰাংচোৱা আহি যোগ দিছিল। এওঁলোকে তেওঁৰ নিৰ্দোষ উক্তিবোৰক বিদ্বেষপূৰ্ণভাৱে বেয়ালৈ ৰূপান্তৰিত কৰি ফেডাৰেলিষ্ট দলৰ সংবাদ-পত্ৰবোৰত তেওঁৰ বিৰুদ্ধে ব্যৱহাৰ কৰিছিল।

এই সময়ত আমেৰিকাত এই যুদ্ধ উন্মাদনা, চোৰাংচোৱা বধ আৰু জেকোবিনসকলক ঘৃণা কৰাৰ বলিয়ালীৰ মুহূৰ্ত্তত ফেডাৰেলিষ্টসকলে ভাবিলে যে ৰিপাব্‌লিকান পাৰ্টিক ভালকৈয়ে এশিকনি দি তেওঁ-লোকক চিৰদিনৰ কাৰণে শেষ কৰাৰ এইয়ে হৈছে সোণোৱালী সুযোগ। গতিকে ফেডাৰেলিষ্ট দলৰ সকলো শ্ৰেষ্ঠ নেতাৰ আনকি হেমিল্‌টনৰ

সাৱধানবাণীকো উপেক্ষা কৰি তেওঁলোকে ততাতৈয়াকৈ চুখন আইন পাছ কৰি দিলে আৰু ইয়াৰ ফলত দেশত যি অৱস্থাৰ সৃষ্টি হৈছিল তাক 'আমেৰিকান ৰেইন অব্ টেৰাৰ' আখ্যা দিয়া হ'ল।

এই ধুমুহাৰ গতি ৰোধ কৰিব পৰা শক্তি ৰিপাব্লিকানসকলৰ নাছিল। কংগ্ৰেচত এলবাৰ্ট গেলাটিনে অকলে ফেডাৰেলিষ্টকসকলৰ বিৰুদ্ধে সংগ্ৰাম চলাবলগীয়া হ'ল। ফৰাচীবিৰোধী বিদ্বেষৰ কোবাল সোঁতো তেওঁৰ ফাললৈকে বলিছিল।

চুইজাৰলেণ্ডৰ জেনেভা নগৰৰ এটা সমৃদ্ধ আৰু সম্ভ্ৰান্ত পৰিয়ালত এলবাৰ্ট গেলাটিনৰ জন্ম হয়। আটলাণ্টিক মহাসাগৰৰ সিপাৰে নতুন প্ৰজাতন্ত্ৰৰ লগত নিজৰ ভাগ্য নিৰ্ণয় কৰিবৰ কাৰণে তেওঁ ১৭৮০ চনত মেচাচুচেট্‌চলৈ আহিল। তেওঁৰ ফটিকৰ পানীৰ দৰে পৰিষ্কাৰ ধুনীয়া মন, অসাধাৰণ মানসিক সংযম আৰু নেতৃত্ব কৰাৰ স্বভাৱসিদ্ধ বৈশিষ্ট্যৰ গুণত তেওঁ খুব সোনকালেই ফেডাৰেলিষ্ট-বিৰোধী দলৰ নেতাসকলৰ এজন হৈ উঠিল। গেলাটিনৰ জন্ম চুইজাৰলেণ্ডত হোৱাটোৱেই ফেডাৰেলিষ্টসকলৰ কাৰণে এপাত চোকা অস্ত্ৰ হৈ পৰিল। আমেৰিকাবাসীসকলে ভাবে যে এজন ফৰাচীৰ পিচতে এজন চুইচৰ (চুইজাৰলেণ্ডৰ অধিবাসী) স্থান, গতিকে গেলাটিন নিশ্চয় ফৰাচী-সকলৰ অনুগামী হব। আনকি তেওঁৰ নিজৰ বন্ধু-বান্ধৱেও তেওঁৰ পক্ষ লবলৈ সাহ নকৰিলে। খুব উত্তেজনাৰ মাজেদি কংগ্ৰেচে 'বিদেশী' আইন পাছ কৰিলে। এই আইনমতে যি কোনো বিদেশীক আমেৰিকাৰ নাগৰিক হিচাপে পৰিগণিত হবাৰ আগতে তেওঁলোকে চৈধ্য বছৰ আমেৰিকাত বসবাস কৰিব লাগিব আৰু বিপদজনক বুলি বিবেচনা কৰা যি কোনো বিদেশীক প্ৰেচিডেণ্টে দেশৰপৰা ওলাই যাবলৈ আদেশ দিব পাৰিব। অৱশ্যে এই আইন প্ৰত্যক্ষভাৱে ফৰাচীসকলৰ আৰু ফেডাৰেলিষ্ট দলৰ সমালোচকসকলৰ কাৰণেই কৰা হৈছিল।

এই আইনখন কেতিয়াও বলবৎ কৰা হোৱা নাছিল। ইয়াৰ

এটা কাৰণ হ'ল আমেৰিকাত বহুত পলাই অহা বা নিৰ্ব্বাসিত ৰাজপন্থী ফৰাচী বাস কৰিছিল। তেওঁলোকক ফেডাৰেলিষ্টসকলে খুব ভাল পাইছিল। সেই সময়ৰ বাকী সৰহভাগ বিদেশীয়েই ইংৰাজ আছিল আৰু ফেডাৰেলিষ্টসকলে কোনোপধ্যেই তেওঁলোকৰ বিৰোধিতা কৰাৰ পক্ষপাতী নাছিল।

ৰিপাব্লিকানসকলে এই 'বিদেশী' আইনখনক খুব ঘৃণাৰ চকুৰে চাইছিল। তেওঁলোকে আমেৰিকাক পৃথিৱীৰ সকলো ঠাইৰ নিপীড়িত পদ-দলিত মানৱসমাজৰ আৰু অন্যায় অত্যাচাৰৰ বিৰুদ্ধে যিবোৰে যুঁজ কৰি আছিছে, তেওঁলোকৰ আশ্ৰয়স্থল বুলি ভাবি আনন্দ পাইছিল।

'বিদেশী' আইনখন যদিও বলবৎ নকৰিলে, আমেৰিকাবাসীৰ উদ্দেশ্যে যি 'বিদ্ৰোহ' আইনখন পাছ কৰিলে সেইখন কঠোৰভাৱে কাৰ্য্যত পৰিণত কৰিলে। যিবোৰ মানুহে চৰকাৰৰ যি কোনো ব্যৱস্থাৰ বিৰোধিতা কৰিবলৈ চেষ্টা কৰিব 'বিদ্ৰোহ' আইনৰ দাৰাদতে তেওঁ-লোকক চৰকাৰে জৰিমনা আৰু কাৰাবাসৰ দণ্ড বিহিব পাৰিব। এই আইনখনৰ উদ্দেশ্য আছিল ডেমক্ৰেটিক সঙ্ঘবোৰৰ উচ্ছেদ সাধন কৰা। আনকি আমেৰিকাৰ কোনো আইন বা চৰকাৰী কৰ্ম্মচাৰীৰ বিৰুদ্ধে সমালোচনামূলক প্ৰবন্ধপাতি প্ৰকাশ কৰাও বে-আইনী আছিল। ফেডাৰেলিষ্ট বিচাৰকসকলৰ বিশ্বাস আছিল যে এই-জাতীয় সমালোচনাই যুক্তৰাজ্যৰ চৰকাৰ আৰু কৰ্ম্মচাৰীসকলক জন-সাধাৰণৰ ওচৰত অপ্ৰিয় আৰু তেওঁলোকৰ ঘৃণাৰ পাত্ৰ কৰি তুলিব পাৰে আৰু তেওঁলোকে ৰিপাব্লিকান লেখক বা সম্পাদকক জেললৈ পঠোৱাৰ ব্যৱস্থা কৰিব পাৰে।

যদিও এজনৰ পাছত এজনকৈ ৰিপাব্লিকানক জেললৈ পঠোৱা হ'ল, তথাপিও 'বিদ্ৰোহ' আইনে ৰিপাব্লিকান দলৰ পুলি-পোখা উঘালিব নোৱাৰিলে। আনহাতেদি এনেবোৰ অত্যাচাৰী কাৰ্য্য-কলাপৰ কাৰণে ফেডাৰেলিষ্টসকল দেশবাসীৰ অপ্ৰিয়ভাজন হৈ

পৰিল। হেমিল্‌টনে ইয়াকে ভয় কৰিছিল। যিবোৰ গণতান্ত্রিক প্রজাতন্ত্রী সজ্ঘক 'বিদ্রোহ' আইনে অবৈধ বুলি ঘোষণা কৰিব খুজিছিল সেইবোৰ লাহে লাহে মুৰ দাঙি উঠিল।

ইতিমধ্যে ডেমক্রেটিক সজ্ঘবোৰৰ সহায় লৈ জেফাৰচনে 'বিদেশী' আইন আৰু 'বিদ্রোহী' আইনৰ বিৰুদ্ধে আন্দোলন চলাই যাবলৈ ধৰিলে। এই আইন দুখন অৱশ্যে অবৈধ আছিল; কাৰণ এইবোৰে জনসাধাৰণৰ দুটা মৌলিক অধিকাৰ বাক্-স্বাধীনতা আৰু মুকলিভাৱে সভা-সমিতি পতাৰ স্বাধীনতাক অস্বীকাৰ কৰিছিল। শাসনতন্ত্রৰ বাকীছোৱাক যিবোৰ মানুহে ধ্বংস কৰিবলৈ বিচাৰিছিল তেওঁলোকৰ ৰক্ষাৰ কাৰণেই যেন এই দুখন আইনৰ জন্ম হৈছিল।

১৭৯৮ চনত এবাৰ কংগ্রেচ স্থগিত থকাৰ সময়ত জেফাৰচন ভাৰ্জিনিয়াত আছিল। এই অপ্রিয় আইন দুখনক আক্রমণ কৰাৰ পৰিকল্পনা লৈ দুজন মানুহ তেওঁৰ লগত দেখা কৰিবলৈ মন্টিচেলৈলৈ আহিল। এওঁলোকৰ এজন হ'ল ভাৰ্জিনিয়াৰ প্রধান জেফাৰচন-মতাৱলম্বী উইল্‌চন কেৰী নিক'লাচ আৰু ইজন হ'ল জেফাৰচনৰ আদৰ্শৰে অনুপ্রাণিত চফল ডেকা জন ব্রোকেন ৰিজ। বিভিন্ন প্রাদেশিক আইন-সভাবোৰত এই 'বিদেশী' আৰু 'বিদ্রোহ' আইন দুখনক শাসনতন্ত্রৰ বিৰোধী বুলি বাতিল কৰাই তেওঁলোকৰ পৰিকল্পনা আছিল।

আৰু যাতে ভৱিষ্যতে এই আইন দুখন কাৰ্যকৰী কৰা নহয় তালৈও লক্ষ্য ৰখাই আছিল তেওঁলোকৰ অভিমত। তেওঁলোকৰ কথামতেই জেফাৰচনে প্রস্তাৱবোৰ লিখি দিলে। ব্রোকেন ৰিজে সেইবোৰ অলপ সাল-সলনি কৰি লিখি ল'লে আৰু কেন্‌টাকী আইন-সভাত সেইবোৰ উত্থাপন কৰিলে। আইন-সভাই সাদৰেৰে প্রস্তাৱবোৰ অনুমোদন কৰিলে।

জেফাৰচন আৰু তেওঁৰ অনুগামীসকলে ভালদৰেই জানিছিল যে ফেডাৰেলিষ্ট দলৰ প্রাধান্যযুক্ত প্রদেশবোৰত এই প্রস্তাৱবোৰ

কেতিয়াও গৃহীত হব নোৱাৰে। এইবোৰ লৈ যে বহুত মতানৈক্যৰ সৃষ্টি হব তেওঁলোকে তাকো জানিছিল। এই তৰ্ক-বিতৰ্কৰ মাজেদিয়ে জনসাধাৰণে এই প্ৰস্তাৱবোৰৰ দোষ-গুণবোৰ কঁহিয়াই চাব পাৰিব। তেওঁলোকে এইটোও জানিছিল যে জনসাধাৰণে এই অত্যাচাৰী আইন দুখনৰ বিৰোধিতা কৰিবই।

আমেৰিকাৰ জনসাধাৰণৰ যুদ্ধোন্মত্ততা যে লাহে লাহে কমি আহিছিল তালৈ চকু দিবলৈ ফেডাৰেলিষ্টসকলৰ বোধহয় আহৰি নাছিল। যুদ্ধ ঘোষণা কৰা হোৱা নাছিল যদিও যুদ্ধৰ নেতৃত্বৰ কাৰণে ষড়যন্ত্ৰ আৰম্ভ হৈছিল। জেনেৰেল ৱাচিংটন যদিও প্ৰধান সেনাধ্যক্ষ হব, তেওঁ ইমান বুঢ়া হৈ আহিছিল যে সমৰ-থলিত কাৰ্য্য পৰিচালনা কৰা তেওঁৰ পক্ষে সম্ভৱ নাছিল। সেইকাৰণে দ্বিতীয় সেনাপতিজনেই মাৰ্কিন বাহিনীৰ নেতৃত্ব কৰিব লাগিব। হেমিল্‌টনে এই দায়িত্ব নিজে বহন কৰিবৰ কাৰণে দৃঢ়প্ৰতিজ্ঞ হ'ল। কিন্তু কি কপালৰ ফেৰ, দ্বিতীয় সেনাপতি নিৰ্ব্বাচন কৰাৰ ভাৰ পৰিল আডাম্‌চৰ ওপৰত। হেমিল্‌টনৰ প্ৰতি তেওঁৰ মৰম লাহে লাহে কমি আহিছিল, কাৰণ সকলো সময়তে তেওঁ প্ৰেচিডেণ্টৰ কৰ্ত্তব্য সম্বন্ধে আগবাঢ়ি উপদেশ দিবলৈ চেষ্টা কৰি আহিছিল। তাৰোপৰি সংবিধান অনুসাৰেও প্ৰেচিডেণ্টেই সেনাবাহিনীৰ প্ৰধান সেনাধ্যক্ষ।

আডাম্‌চে মনস্থিৰ কৰালৈ হেমিল্‌টনে অপেক্ষা নকৰিলে। প্ৰথমে তেওঁ ৱাচিংটনৰ সমৰ্থন বিচাৰিলে। শেষত ৱাচিংটনে আডাম্‌চলৈ এটা চমু লিপি পঠিয়ালে আৰু হেমিল্‌টনক সেনাবাহিনীৰ অস্থায়ী ভাৰপ্ৰাপ্ত সেনাধ্যক্ষ নিযুক্ত কৰিলে।

জনসাধাৰণৰ ওপৰত এই যুদ্ধৰ আয়োজনৰ ফলাফল কি হব পাৰে দেশবাসীসকলে লাহে লাহে বুজিব পাৰিলে। যুদ্ধপ্ৰিয় জাতিবোৰে তেওঁলোকৰ সৈন্যবোৰক, অসামৰিক নাগৰিকসকলক সকলো সময়তে হেয় চকুৰে চাবলৈ উৎসাহিত কৰিলে। জনসাধাৰণৰ ওপৰত কৰা সৈন্যবোৰৰ অত্যাচাৰৰ কাহিনী বাতৰি-কাকতবোৰত

অনতিপলমে প্ৰকাশ হবলৈ ধৰিলে। কিন্তু আমেৰিকাৰ বেসামৰিক নাগৰিকসকল আৰু ৰিপাব্লিকানসকলৰ বাহিৰে আন শত্ৰুৰ সন্ধান বিচাৰি নাপালে।

এক্স, ৱাই, জেড্ৰ কাগজপত্ৰবোৰ লৈ মাৰ্চেল আৰু পিঙ্কনে ফ্ৰান্সৰপৰা গুচি আহিল। কিন্তু গেৰী তেওঁলোকৰ লগত নাহিল। তেওঁ ফ্ৰান্সতে থাকিল। কিছুদিনৰ পিছত তেওঁ টেলিৰেণ্ডৰ সংস্পৰ্শলৈ আহিল। টেলিৰেণ্ডে তেওঁক ক'লে যে সেই অপ্ৰীতিকৰ ঘটনাৰ লগত ফৰাচী চৰকাৰৰ কোনো সম্পৰ্ক নাই আৰু ফ্ৰান্সে আমেৰিকাৰ লগত যুদ্ধ কৰিবলৈ মুঠেই বিচৰা নাই। ৰিপাব্লিকান-বিৰোধী আৰু বৃটিচ মনোভাৱাপন্ন নোহোৱা যি কোনো এজন মাৰ্কিন ৰাষ্ট্ৰদূতক আনন্দৰে গ্ৰহণ কৰিবলৈ ফ্ৰান্স সাজু আছে। ফিলাডেল্ফিয়াৰপৰা কোনো অনুমোদন নোপোৱাৰ কাৰণেহে ফ্ৰান্সে নিজে আমেৰিকালৈ কোনো ৰাষ্ট্ৰদূত পঠিয়াব পৰা নাই। সততাৰ নিদৰ্শন স্বৰূপে টেলিৰেণ্ডে ফৰাচী চৰকাৰে অলপতে প্ৰকাশ কৰা এটা নতুন বিধি গেৰীলৈ পঠিয়াই দিলে। ইয়াৰ দ্বাৰাই ফৰাচী বেসামৰিক লুণ্ঠনকাৰীক টকাৰে প্ৰতিশ্ৰুতি দি, প্ৰতিজ্ঞা-পত্ৰত চহী কৰাই আদেশ দিয়া হ'ল যে তেওঁলোকে আমেৰিকাৰ জাহাজবোৰক আক্ৰমণ কৰিব নোৱাৰিব।

এই সুখবৰ লৈ গেৰীয়ে লৰালৰিকৈ নিজৰ দেশলৈ গ'ল। তেওঁৰ প্ৰতিবেদনৰপৰা ফেডাৰেলিষ্টসকলে ভাবিলে যে ফ্ৰান্সে এতিয়া বৰ ভয় খাইছে, গতিকে তেওঁলোকক পৰাজয় কৰা সহজ হব। কিন্তু জেফাৰচনে গেৰীৰ সংবাদটো খুব আশাপ্ৰদ বুলি ভাবিলে আৰু জনসাধাৰণক ফ্ৰান্সৰ আচল পৰিস্থিতিৰ বিষয়ে জনোৱাৰ প্ৰয়োজন বোধ কৰিলে। জেফাৰচনে এইবাৰ এটা অভিনৱ পন্থা অৱলম্বন কৰিলে। বহুতেই ভাবে যে দুজন মানুহৰ ভিতৰত সমানে একে গুণ থাকিব নোৱাৰে। কিন্তু আচৰিত কথা যে জেফাৰচন আৰু পেন্‌ডল্‌টন এই দুয়োজনৰ ভিতৰত ন্যায়, ন্যায়পৰায়ণতা আৰু শান্তি-

প্ৰিয়তা, এই গুণবোৰ সমানে ফুটি উঠিছিল। জেফাৰচনে গেৰীৰ সাধাৰণৰ কাৰণে দুৰ্ব্বোধ্য বিশাল বিবৰণটো পঢ়ি সেইটো চমুৱাই লিখিবলৈ পেন্‌ডল্‌টনক ক'লে। পেন্‌ডল্‌টন একেবাৰেই জেকোবিন দলভুক্ত নাছিল। গতিকে তেওঁৰ যোগেদি গেৰীৰ প্ৰতিবেদন ফেডাৰেলিষ্ট দলৰ মুখত চুণা চাই সোপা দিব পাৰিব। এতিয়া এই বিবৰণটো প্ৰত্যেকেই পঢ়িব পাৰিব আৰু তেওঁলোকে পঢ়িবও।

মানুহৰ যুদ্ধৰ প্ৰতি ধাউতি লাহে লাহে কমি আহিবলৈ ধৰিলে। গোটেই কথাখিনি পৰিষ্কাৰ কৰি বুজাবৰ কাৰণে লাফায়েৎ আমেৰিকালৈ আহিবলৈ ইচ্ছা কৰিলে, অৱশ্যে ৱাচিংটনে যদি তেওঁৰ অহাটো যুক্তিসংগত আৰু শান্তি প্ৰতিষ্ঠাৰ সহায়ক বুলি ভাবে। টেলিৰেণ্ডে আডামচক ব্যক্তিগতভাৱে জানে আৰু আমেৰিকাত তেওঁৰ ঘৰত বহুবাৰ আনন্দ উপভোগ কৰিছে। তেওঁ প্ৰেচিডেণ্টলৈ অতীতক পাহৰি যাবলৈ ব্যক্তিগতভাৱে এটা সংবাদ পঠিয়ালে।

জেফাৰচনৰ বন্ধু ডা লোগানে গোটেই পৰিস্থিতিটো পৰ্য্যবেক্ষণ কৰিবলৈ বেচৰকাৰীভাৱে ফ্ৰান্সলৈ আহিছিল আৰু তাত তেওঁ টেলিৰেণ্ডৰ লগত সেই বিষয়ে কথা-বতৰাও পাতিছিল। ফ্ৰান্সৰ প্ৰত্যেকজন বিশিষ্ট নাগৰিকে তেওঁক স্পষ্টভাৱে জনালে যে আমেৰিকাৰ লগত যুদ্ধ কৰা ফ্ৰান্সৰ কল্পনাৰ বাহিৰত। এই বাতৰিয়ে ফেডাৰেলিষ্টসকলৰ জ্বলাজুইত ঘিউহে ঢালিলে। আনকি কংগ্ৰেচে 'লোগান বিল' নামৰ এখন আইনো পাছ কৰিলে। এই আইনৰ দ্বাৰাই যি কোনো মাৰ্কিন নাগৰিকে দুই চৰকাৰৰ মাজত থকা বিবাদ-যুক্ত যি কোনো বিষয়ে সেই বিদেশী চৰকাৰৰ কৰ্ম্মচাৰীৰ লগত মুখে মুখে বা লিখিতভাৱে কোনো খবৰ-বাতৰি আদান-প্ৰদান কৰাটো নিষিদ্ধ কৰা হ'ল। আন কথাত কবলৈ গ'লে, যি কোনো সাধাৰণ মাৰ্কিন নাগৰিকে দেশৰ বৈদেশিক সমস্যাৰ বিষয়ে আমেৰিকাত থকা যি কোনো বিদেশী চৰকাৰৰ কৰ্ম্মচাৰীৰ লগত কোনো কথা-বতৰা পাতিব নোৱাৰিব।

তাৰপিছত গণতন্ত্ৰৰ আটাইতকৈ দুৰ্যোগৰ দিনত ফেডাৰেলিষ্ট দলৰ ওপৰতেই পৰিল আঘাত, ৰিপাব্লিকানসকলৰ ওপৰত নহয়। আডামচে ভাবিলে সকলো সমস্যাৰ সমাধান হয়তো হৈ গৈছে। প্ৰথমে গেৰীৰ প্ৰতিবেদন, তাৰপিছত লোগানৰ আৰু এতিয়া হলেণ্ডত (Holland) থকা আমেৰিকাৰ মন্ত্ৰী উইলিয়াম মুৰীৰপৰা পোৱা সংবাদৰপৰা বুজা গ'ল যে এতিয়া আৰু যুদ্ধৰ কোনো আশঙ্কা নাই আৰু ফৰাচীসকলেও উচিতভাৱেই ক্ষমা প্ৰাৰ্থনা কৰিছে। আডামচ এজন সাধু পুৰুষ আছিল। নেপোলিয়নৰ দৰে তেওঁৰ কোনো উচ্চ আকাঙ্ক্ষা নাছিল। যুদ্ধ ঘোষণা নকৰিবলৈ তেওঁ সিদ্ধান্ত ল'লে। আৰু ১৭৯৯ চনৰ ফেব্ৰুৱাৰী মাহত তেওঁ মুৰীক ফৰাচী প্ৰজাতন্ত্ৰলৈ ৰাষ্ট্ৰদূত মনোনীত কৰিলে।

ৰিপাব্লিকান দলৰ উন্নতিৰ এই অগ্ৰগতিৰ কাৰণে বেছিভাগ কৃতিত্ব জেফাৰচনৰেই প্ৰাপ্য। প্ৰথমে তেওঁ সদায়েই জনসাধাৰণৰ আগত সকলো কথা দাঙি ধৰিবলৈ চেষ্টা কৰিছিল আৰু দ্বিতীয়তে তেওঁ আন্দোলন কৰিবৰ কাৰণে জনসাধাৰণক এখন আঁচনি দিছিল। তেওঁৰ প্ৰথম কাম আছিল সাধাৰণ মানুহক অৱস্থাৰ বিষয়ে জানিবলৈ দি উত্তেজিত কৰি তোলা। গেৰীৰ প্ৰতিবেদনৰ ওপৰত ভিত্তি কৰি লিখা পেন্‌ডল্‌টনৰ সৰু পুথিখনৰ হেজাৰ হেজাৰ কপি জেফাৰচনৰ পৰামৰ্শমতেই ছপোৱা হৈছিল। কংগ্ৰেচৰ সভ্য-সকলে নিজৰ নিজৰ ঠাইলৈ উভতি আহি সেইবোৰ জনসাধাৰণৰ মাজত বিলাই দিছিল। নিজে অবিৰাম গতিত চিঠি লিখিয়েই জেফাৰচন ক্ষান্ত নাছিল, তেওঁ তেওঁৰ বন্ধুসকলক, বিশেষকৈ মেডিচনক, লিখিবলৈ আৰু বক্তৃতা দি ফুৰিবলৈ বাৰে বাৰে কৈছিল।

ৰিপাব্লিকান সংবাদপত্ৰবোৰে সদায় যুদ্ধৰ ভয়াবহ খৰচৰ কথাকে সোঁৱৰাই দিছিল। এখন অনাৱশ্যকীয় যুদ্ধৰ কাৰণে এটা অনাৱশ্যকীয় খৰচ, গেৰীৰ প্ৰতিবেদন আৰু সেই সৰু পুথিখনে একে কথাকে প্ৰমাণ কৰিলে যে ফ্ৰান্সে যুদ্ধ বিচৰা নাই, আমেৰিকা

আক্ৰমণ কৰাৰ হেপাহ পোহা নাই, আৰু সেই কাৰণেই ফ্ৰান্সৰ লগত যুদ্ধৰ কোনো অৱশ্যকতা নাই।

থুপতে কবলৈ গ'লে, জেফাৰচনৰ কাৰ্য্যপদ্ধতিৰ ভিতৰত আছিল এইবোৰ—তেওঁ 'বিদেশী' আৰু 'বিদ্ৰোহ' আইন দুখনৰ বিৰোধিতা কৰিছিল, কাৰণ এই আইন দুখনে জনসাধাৰণৰ স্বাধীনতাৰ পথত হেঙাৰ দিছিল। তেওঁ বেতনভোগী স্থায়ী সেনাবাহিনী ৰখাৰ বিৰোধিতা কৰিছিল, কাৰণ দেশৰ প্ৰতিৰক্ষাৰ কাৰণে জেফাৰচনে বেতনভোগী সৈন্যদলতকৈ এনেকুৱা সৈন্যবাহিনী পছন্দ কৰিছিল যাতে দেশৰ প্ৰত্যেক বেসামৰিক নাগৰিকেই বেতনভোগী সৈন্য নহলেও সৈনিক হিচাপে কাম কৰিব পাৰে।

শাসন-ব্যৱস্থা যিমানদূৰ পৰা যায় মিতব্যয়ী আৰু অনাড়ম্বৰ হ'ব লাগে আৰু তাৰ ভিতৰত ৰাজতন্ত্ৰ বা অভিজাত-তন্ত্ৰৰ গোন্ধ-ভাপ লেশমাত্ৰও থাকিব নালাগে। ষ্টেট্‌বোৰৰ হাতৰপৰা ক্ষমতা কেন্দ্ৰীয় চৰকাৰৰ হাতলৈ স্থানান্তৰিত কৰা বা কংগ্ৰেচৰপৰা প্ৰেচিডেণ্টৰ হাতলৈ ক্ষমতা হস্তান্তৰিত কৰাৰ তেওঁ বিৰোধী আছিল।

এবাৰ তেওঁ লিখিছিল—"মই পৃথিৱীৰ সকলো জাতিৰ লগত অবাধ বেপাৰ-বাণিজ্য কৰাৰ পক্ষপাতী, কিন্তু ৰাজনৈতিক সম্বন্ধ কাৰোৰ লগত ৰখাৰ পক্ষপাতী নহওঁ।" ফৰাচী-বন্ধুসকলক অবাধ বাণিজ্য কৰিবলৈ তেওঁ উপদেশ দিছিল, কাৰণ এখন কৃষিপ্ৰধান দেশৰ কাৰণে শিল্পজাত বস্তুৰ দাম কম হোৱাই একান্ত বাঞ্ছনীয়। তেওঁ সদাই বৈদেশিক বান্ধোনৰপৰা আঁতৰি থাকিবলৈ পৰামৰ্শ দিছিল। অসংখ্য আমেৰিকাবাসীৰ অভিমত তেওঁৰ মুখত ধ্বনিত হৈছিল। তেওঁলোক সকলোৱে ভাবিছিল যে পুৰণি পৃথিৱীৰ লগত ৰাজনৈতিক সম্বন্ধ স্থাপন কৰিলে নতুন পৃথিৱীৰ (আমেৰিকাৰ) গণতন্ত্ৰৰ প্ৰচাৰ জটিল হৈ পৰিব।

তেওঁ পুনৰ কৈছিল—"মোক লাগে ধৰ্ম্মৰ স্বাধীনতা, সংবাদপত্ৰৰ স্বাধীনতা। সংবিধানক অৱহেলা কৰা চৰকাৰী কৰ্ম্মচাৰীবোৰৰ

আচৰণৰ বিৰুদ্ধে নাগৰিকসকলৰ যি সঙ্গত বা অসঙ্গত সমালোচনা, তাক যুক্তিৰে খণ্ডন নকৰি শক্তিৰে দমন কৰাৰ মই বিৰোধী।" উন্নতিৰ কাৰণে তেওঁ আগুৱাই যোৱাৰ সলনি পিছুৱাই যোৱাৰ বিৰোধী আছিল। অৱশেষত "মই বিজ্ঞানৰ সৰ্ব্বতোমুখী উন্নতি কামনা কৰোঁ।"

এইবোৰ নীতিৰ ভিত্তিতে জেফাৰচনে এটা ৰাজনৈতিক দল গঠন কৰিব খুজিছিল। কিন্তু যিমানেই ফেডাৰেলিস্ট দলৰ চোৰাংচোৱা-বোৰে তেওঁক লাহে লাহে বেছি আমনি দিবলৈ ধৰিলে, সিমানেই জেফাৰচনে তেওঁৰ ভাৰ্জ্জিনিয়াৰ নিৰ্জ্জন ঘৰটোৰ কথা ভাবিবলৈ ধৰিলে। তাত অন্ততঃ চৰকাৰী কৰ্ম্মচাৰীবোৰে ৰাজদ্ৰোহাত্মক উক্তি বিচাৰি মনে মনে তেওঁৰ চিঠি-পত্ৰবোৰত হস্তক্ষেপ নকৰিব। সেয়েহে ১৮০০ চনৰ গ্ৰীষ্ম আৰু শৰৎকালত জেফাৰচনে তেওঁৰ কাম সুচাৰুৰূপে সমাধা হোৱা বুলি ভাবি মন্টিচেলত গৈ জিৰণি ল'লে। তাত তেওঁ ঘোঁৰাৰ পিঠিত উঠি খাট-পাম আৰু খেতি-খোলাবোৰ চাই সময় কটাব ধৰিলে।

—•—

# ষোড়শ অধ্যায়

## "ৰাষ্ট্ৰপতি ডাঙৰীয়া"

মন্টিচেলোত জেফাৰচনে যেতিয়া শেষ ছুটি উপভোগ কৰিছিল তেতিয়া ১৮০০ চনৰ জুন মাহত নতুন নগৰ ৱাচিংটনলৈ ৰাজধানী তুলি নিয়া হ'ল। এইখনেই হ'ল "পটমেকৰ ওপৰত ৰাজধানী"। ইয়াৰ কাৰণেই জেফাৰচনে হেমিল্‌টনৰ প্ৰথম অৰ্থবিলত সমৰ্থন জনাইছিল। চৌখিনতাহীন এই সৰু নগৰখনেই জেফাৰচনৰ মনে-বিচৰা ৰাজধানীৰ উপযুক্ত আছিল। জাক-জমক আৰু আভিজাত্যৰ ৰহণ থকা ফিলাডেল্‌ফিয়া হয়তো কোনোদিনেই তেনেকুৱা হব নোৱাৰিব। কাৰণ সেই নভেম্বৰ মাহত জেফাৰচন যুক্তৰাজ্যৰ প্ৰেচিডেণ্ট নিৰ্ব্বাচিত হৈছিল।

ভাল-বেয়া সকলো উপায়েৰেই তেওঁৰ নিৰ্ব্বাচনত প্ৰতিদ্বন্দ্বিতা কৰা হৈছিল। হেমিল্‌টনে কেৱল ৰিপাব্‌লিকানসকলৰ পৰাজয়েই চাব খোজা নাছিল, আডাম্‌চ যে আকৌ ৰাষ্ট্ৰপতি হব সেইটোও বিচৰা নাছিল। কাৰণ যি আডাম্‌চে বিশ্বাসঘাতকৰ দৰে ফ্ৰান্সৰ লগত শান্তি স্থাপন কৰিব খুজিছিল সেই আডাম্‌চক তেওঁ ঘৃণা কৰিছিল। প্ৰথমতে তেওঁ ৱাচিংটনক পুনৰ কৰ্ম্মক্ষেত্ৰলৈ টানি আনিব খুজিছিল, কিন্তু এখন চিঠি গৈ মাউণ্ট ভাৰ্‌নন পোৱাৰ আগতেই 'ৰাষ্ট্ৰপিতাৰ' মৃত্যু হৈছিল। ইয়াৰ পিছত হেমিল্‌টনে আডাম্‌চৰ বিষয়ে এটা চোকা সমালোচনা প্ৰকাশ কৰি, চি. চি. পিঙ্কনীক ভোট দি জয়যুক্ত কৰিবলৈ ফেডাৰেলিষ্টসকললৈ আবেদন জনাইছিল। অৱশ্যে ইয়াৰ ফল বিপৰীত হ'ল। বেছিভাগ

মানুহে ৰিপাব্লিকান প্ৰাৰ্থীকে ভোট দিলে। দ্বিতীয়বাৰৰ কাৰণে আমেৰিকাবাসীসকলে পুৰণি ইউৰোপৰ নীতিৰ বিৰুদ্ধে আৰু স্বাধীনতা ঘোষণা নীতিৰ পক্ষে থিয় দিলে। আডাম্‌চ আৰু পিষ্কনী দুয়োৱেই পৰাজিত হ'ল। জেফাৰচন আৰু আৰন বাৰ নিৰ্ব্বাচিত হ'ল।

কিন্তু জেফাৰচন আৰু বাৰ প্ৰত্যেকেই সমান ভোট পাইছিল। এই ক্ষেত্ৰত সংবিধানৰ নিয়মৰপৰা অলপ অঁাতৰি আহিবলগীয়া হ'ল। সংবিধানৰ নিয়ম অনুসৰি দ্বিতীয় সৰ্ব্বাধিক সংখ্যক ভোট পোৱাজনেই ভাইচ প্ৰেচিডেণ্ট হব। আচলতে ৰিপাব্লিকানসকলে বাৰক ভাইচ প্ৰেচিডেণ্ট হিচাপেই মনোনীত কৰিছিল আৰু ভোট দিছিল। সংবিধানত এইটোও উল্লেখ আছে যে দুজনৰ ভোট সমান হলে প্ৰতিনিধি সভাত প্ৰেচিডেণ্ট আৰু ভাইচ প্ৰেচিডেণ্টৰ নিৰ্ব্বাচন হব। দেশ অনুযায়ী ধৰিলে, প্ৰতিনিধি-সভাত ফেডাৰেলিষ্টৰ সংখ্যাই বেছি, আৰু দেশ অনুসৰিয়েই নিৰ্ব্বাচন হব।

পৃথিৱীত হেমিল্টনে বাৰতকৈ আন কাৰোবাক বেছি ঘৃণা কৰিছিল নে নাই সন্দেহ। তেওঁৰপৰা বাৰেই নিউইয়ৰ্ক দেশখন কাঢ়ি নিছিল। হেমিল্টনৰ দৰেই আৰন বাৰও ক্ষমতা-প্ৰিয় আছিল। তেও কিন্তু প্ৰেচিডেণ্ট হবৰ কাৰণে কোনো ষড়যন্ত্ৰ কৰা নাছিল। অৱশ্যে খোলা-খুলিভাৱে প্ৰাৰ্থীপদ প্ৰত্যাখ্যানো কৰা নাছিল। এই বিষয়ত তেওঁ মৌনতা অৱলম্বন কৰিছিল। বাৰৰ কাম-কাজৰ এই অস্পষ্টতা জেফাৰচনকে আদি কৰি বহুত ৰিপাবলিকানৰ অবিশ্বাসৰ কাৰণ হৈ পৰিছিল।

কংগ্ৰেচৰ মতামত মানি চলিবলৈ জেফাৰচন নিজে সম্পূৰ্ণ ৰাজী আছিল। চিনেটক সাক্ষী কৰি সভাপতি নিৰ্ব্বাচন কৰিবলৈ বন্ধ কোঠাত প্ৰতিনিধি-সভা বহিল। ষোলখন দেশৰ প্ৰত্যেকৰে এটাকৈ ষোলটা ভোট। প্ৰথম নিৰ্ব্বাচনত জেফাৰচনে আঠটা, বাৰে ছটা ভোট পালে আৰু দুখন দেশে মনস্থিৰ কৰিব নোৱাৰিলে। জিকিবলৈ হলে নটা ভোট পাব লাগিব। আকৌ নিৰ্ব্বাচন হ'ল।

কিন্তু ফল একেই হ'ল। নিৰ্ব্বাচন পুনৰ হ'ল। ফলাফলৰ কোনো পৰিৱৰ্ত্তন নহ'ল। এইদৰে গোটেই নিশা নিৰ্ব্বাচন চলিল। পিছদিনা পুৱালৈকে একোৱেই ঠিক নহ'ল। কেইবাটাও দিন পাৰ হৈ গ'ল, নিৰ্ব্বাচনৰ ফল কিন্তু একেই থাকিল। কেপিটলৰ দুৱাৰদলিত গভৰ্ণৰ মৰিচে জেফাৰচনৰ লগত দেখা কৰি ফেডাৰেলিষ্টদলৰ লগত কিবা এটা কৰিবলৈ পৰামৰ্শ দিলে। তেওঁলোকৰ লগত লেনদেন কৰিবলৈ জেফাৰচন ৰাজী নহ'ল। এসপ্তাহ বাগৰি গ'ল, ৩৬তম নিৰ্ব্বাচনত মেৰীলেণ্ড আৰু ভাৰমণ্টে জেফাৰচনৰ পক্ষ লৈ তেওঁক দহটা ভোট পোৱাই দিলে।

ফেডাৰেলিষ্টসকলৰ ভৱিষ্যতে দেশ শাসন কৰাৰ আশা নাথাকিল। অৱশ্যে এতিয়াও এজাপ তাঁচ তেওঁলোকৰ হাতত আছে। মাৰ্চৰ চাৰি তাৰিখে উদ্বোধনলৈকে আডাম্‌চেই ৰাষ্ট্ৰপতি আছিল আৰু কংগ্ৰেচ তেতিয়াও ফেডাৰেলিষ্টৰ হাততেই। কংগ্ৰেচে বহুত বিশিষ্ট ফেডাৰিলিষ্টৰ ভৱিষ্যতৰ সংস্থাপনৰ ব্যৱস্থা কৰিবলৈ লৰালৰিকৈ কামত লাগি গ'ল। হেমিল্‌টনৰ পৰিকল্পনা অনুসাৰে বহুত ফেডাৰেল কোৰ্ট স্থাপন কৰাৰ অনুমতি দি এখন আইন পাছ হ'ল।

আগন্তুক ৰিপাব্‌লিকান শাসনে আঁতৰাব নোৱাৰাকৈ এই আদালতবোৰৰ বিচাৰকসকলক চিৰস্থায়ীভাৱে নিযুক্ত কৰা হ'ল। চিনেটৰ সৰ্ব্বোচ্চ আসনত বহি জেফাৰচনে দেখুৱালে যে তেতিয়াও দেশত প্ৰয়োজনতকৈ বহুত বেছি ফেডাৰেল কোৰ্ট আছে। কিন্তু জেফাৰচনৰ সেই অভিমতে এই পৰিকল্পনাৰ একো সলনি কৰিব নোৱাৰিলে।

হুৰামুৰাকৈ আইনখন পাছ কৰা হ'ল, বিচাৰকসকল নিযুক্ত হ'ল আৰু চিনেটে সেই নিয়োগত সম্মতি জনালে। পাখিলগা কাঁড়ৰ দৰে সময় যাবলৈ ধৰিলে। ৩ মাৰ্চৰ সন্ধিয়ালৈকে বহুত নিয়োগ-পত্ৰত চহী কৰা হোৱা নাই। চেক্ৰেটাৰী অব্‌ ষ্টেট ৰূপে মুখ্য

ন্যায়াধীশ জন মাৰ্চেলে নিশা এডোখৰলৈকে টেবুলত বহি নিয়োগ-পত্ৰবোৰ চহী কৰি গৈছে।

জেফাৰচনে ইতিমধ্যে লেডি লিন্‌কনক তেওঁৰ এটৰ্নি জেনেৰেল মনোনীত কৰিলে। তেওঁৰ ঘৰত এই বিষয়ে এটা গল্প শুনা যায় যে, জেফাৰচনে লিন্‌কনৰ ঘৰলৈ গৈ তেওঁৰ ঘড়ীটো দি ঠিক মাজনিশা ষ্টেট ডিপাৰ্টমেণ্টৰ ভাৰ লবলৈ ক'লে। মাজনিশা নাটকীয়ভাৱে লিন্‌কন ন্যায়াধীশ মাৰ্চেলৰ অফিচত সোমাই খুব গম্ভীৰভাৱে ক'লে 'এই অফিচ আৰু ইয়াৰ কাগজপত্ৰ দখল কৰিবলৈ জেফাৰচনে মোক আদেশ দিছে।'

ভাৰপ্ৰাপ্ত চেক্ৰেটাৰি অব্ ষ্টেট আৰু মুখ্য ন্যায়াধীশে আচৰিত হৈ চিঞৰি ক'লে— "কিয়, জেফাৰচনে এতিয়াও সেই অধিকাৰ পোৱা নাই।" ঘড়িটো চাই পুণৰ ক'লে—"ক'তা এতিয়াও বাৰ বজা নাই।"

এই কথা শুনিয়েই লিন্‌কনে তেওঁৰ ঘড়ীটো উলিয়াই মাৰ্চেলক দেখুৱাই ক'লে—"এইটোৱেই ৰাষ্ট্ৰপতিৰ ঘড়ী, এই ঘড়িয়েই সময় শাসন কৰিছে।"

টেবুলৰ ওপৰত অসম্পূৰ্ণ হৈ পৰি থকা নিয়োগপত্ৰবোৰলৈ সতৃষ্ণ-নয়নে তেওঁ চাই থাকিল। কিন্তু তেওঁৰ জেপত কিছুমান নিয়োগপত্ৰ আছিল, আৰু যিবোৰ মানুহে এইবোৰ পাইছিল তেওঁলোকক— "জন আডামচৰ মাজনিশাৰ বিচাৰক" বুলি জনা যায়।

ৰাষ্ট্ৰপতি হিচাপে জেফাৰচনৰ প্ৰথম কাম হ'ল মন্ত্ৰীবৰ্গ নিৰ্ব্বাচন কৰা। জেফাৰচনৰ দলৰ যি দুজন অন্যতম সভ্য আছিল, তেওঁলোকৰ ভিতৰত জেম্‌চ মেডিচনক চেক্ৰেটাৰি অব ষ্টেট আৰু এল্‌বাৰ্ট গালাটিনক হেমিল্‌টনৰ ঠাইত তেওঁ চেক্ৰেটাৰি অব্ ট্ৰেজাৰি নিযুক্ত কৰিলে।

মন্ত্ৰীপৰিষদৰে সৈতে জেফাৰচনে প্ৰথমতেই ফেডাৰেলিষ্টসকলে কৰা অনাচাৰ দূৰ কৰিবলৈ ধৰিলে। ৰাজদ্ৰোহৰ অপৰাধত বন্দীহোৱা সকলোকে তেওঁলোকে প্ৰথমে মুক্তি দিলে। আদায় কৰা জৰিমনা

ওভোটাই দিলে। মাজনিশাৰ বিচাৰকসকলক তেওঁলোকে কামৰ-পৰা বৰখাস্ত কৰিলে। যিসকলে 'বিদেশী' আৰু দেশদ্ৰোহ আইনমতে শাস্তি খাইছিল জেফাৰচনে তেওঁলোকলৈ আনন্দ আৰু শুভ-ইচ্ছা জনাই ব্যক্তিগতভাৱে চিঠি লিখিলে।

টমাচ পেইন তেতিয়াও ফ্ৰান্সৰ এটা লেতেৰা বস্তিত অশান্তিৰ মাজেদি জীৱন কটাইছিল। যি জাতিক গঢ়িবলৈ তেওঁ ইমানখিনি কৰিলে সেই জাতিয়ে যেন তেওঁক পাহৰি গৈছে। আমেৰিকা যে এতিয়াও বিদ্ৰোহৰ পিছৰ আমেৰিকাৰ দৰেই মানুহৰ স্বাধীনতা আৰু ব্যক্তিগত অধিকাৰ লৈয়ে ব্যস্ত আছে, এই কথাটো জেফাৰচনে তেওঁলৈ লিখি পঠিয়ালে। যি পেইনে আজীৱন এনেকুৱা এখন পৃথিৱীৰ কাৰণেই কাম কৰি আহিছে তেওঁ জানো এতিয়া আমেৰিকালৈ উভতি আহিব ? সেই সময়ত নৌবাহিনীৰ যিখন জাহাজ ফ্ৰান্সৰ ওচৰত আছিল সেইখনতে ৰাষ্ট্ৰপতিয়ে তেওঁক আহিবলৈ ক'লে। কাৰণ সাধাৰণ বাণিজ্য-জাহাজত পেইনে সাগৰ পাৰ হবলৈ ইচ্ছা নকৰিব পাৰে। বৃটিচ নৌবাহিনীয়ে হয়তো সহজেই তেওঁক এবাৰ সাগৰত বিচাৰ-খোচাৰ কৰি উলিয়াব পাৰিলেহেতেন। অন্ততঃ বৃটিচ চৰকাৰে টমাচ পেইনক পাহৰি যাব পৰা নাই।

পেইনে এই আমন্ত্ৰণ আনন্দেৰে গ্ৰহণ কৰিলে।

১৮০১ চনৰ ডিচেম্বৰ মাহত আকৌ কংগ্ৰেচৰ অধিবেশন বহিল। বছেৰেকীয়া ভাষণ পাঠ কৰিবলৈ জেফাৰচনে নিজে নাহি এটা লিখিত বাণী পঠিয়াই দিলে। উড্ৰো উইলচনৰ বাহিৰে বাকী আটাই-বিলাক ৰাষ্ট্ৰপতিয়েই এই নিয়ম পালন কৰি আহিছিল। ইয়াকে দেখি ফেডাৰেলিষ্ট সংবাদপত্ৰবোৰে নাক কোঁচালে, ইংলণ্ডৰ ৰজাৰ কাৰণে যি নিয়ম উপযুক্ত সেই নিয়ম জানো জেফাৰচনৰ কাৰণে উপযুক্ত নহব ? আচলতে জেফাৰচনে মুখেৰে কোৱাতকৈ ভাল লিখিব পাৰে কাৰণেই তেওঁ লিখিত ভাষণ পঠিয়াইছিল। ইংলণ্ডৰ ৰজাৰ কথা তেওঁৰ মনত পৰা হ'লে, কেতিয়াও তেওঁ তেওঁৰ মতৰ

পৰিৱৰ্ত্তন নকৰিলহেতেন। আভিজাত্যৰ পৰিচয় দিয়াই জেফাৰচনৰ কামনে আটাইতকৈ টান কাম আছিল।

মুদ্ৰাৰ ওপৰত ৰাষ্ট্ৰপতিৰ প্ৰতিচ্ছবি ব্যৱহাৰ কৰা তেওঁ নিষেধ কৰিলে, তেওঁ কোনো উপহাৰ গ্ৰহণ নকৰিছিল। ৱাচিংটন বা আডামচৰ দৰে তেওঁ জাকজমক কৰি তেওঁৰ নিজৰ জন্মদিন পালন কৰিবলৈ নিদিলে। ৰাজকীয় প্ৰথাৰ নীতি-নিয়মৰপৰা তেওঁ নিজকে পৰাপক্ষত আঁতৰাই ৰাখিছিল।

লুইচিয়ানা কিনাই, জেফাৰচনৰ আঠ বছৰীয়া ৰাষ্ট্ৰপতিত্বৰ কালত হোৱা আটাইতকৈ উল্লেখযোগ্য ঘটনা। যেতিয়া মিচিচিপি নৈলৈকেহে যুক্তৰাজ্যৰ সীমা আছিল, তেতিয়া কোন জাতিয়ে নিউ অৰ্লিয়েন্স শাসন কৰিব সেইটোৰ ওপৰত বহুত কথাই নিৰ্ভৰ কৰিছিল। যদি কেন্‌টাকি আৰু অহিওৰ পশ্চিমফালৰ খেতিয়কসকলে তেওঁলোকৰ উৎপন্ন বস্তু মিচিচিপি নৈয়েদি মেক্সিকো উপসাগৰলৈ পঠিয়াব নোৱাৰে, তেনেহলে তেওঁলোকৰ অশেষ ক্ষতি হ'ব। দেশৰ স্থলপথ বুলিবলৈ বোকা আলিকিটাৰ বাহিৰে একোৱেই নাছিল। দুৰ্ব্বল স্পেইনে যেতিয়ালৈকে এই মূল্যৱান নগৰখন দখল কৰি আছিল তেতিয়া একো অসুবিধাই নাছিল, কিন্তু ১৮০২ চনত যেতিয়া নেপোলিয়নে স্পেইনৰপৰা এই নগৰখন ল'লে, তেতিয়া তেওঁ জেফাৰচন আৰু স্পেইনৰ মাজত থকা চুক্তি বাতিল কৰিলে আৰু নিউ অৰ্লিয়েন্সলৈ আমেৰিকাৰ উৎপন্ন-বস্তু অহা বন্ধ কৰি দিলে।

লগে লগেই পশ্চিমফালে নতুনকৈ যুদ্ধৰ বতাহ ববলৈ ধৰিলে। এইবাৰ অৱশ্যে পূৰ্ব্বাঞ্চলৰ ফেডাৰেলিষ্টসকলে শান্তিহে বিচাৰিছিল। কিন্তু জেফাৰচনৰ মতৰ পৰিৱৰ্ত্তন নহ'ল। তেওঁ এধানমানো বিচলিত নহ'ল। তেওঁ দেশক যুদ্ধত লিপ্ত হ'বলৈ নিদিলে। তাৰ সলনি তেওঁ ফ্ৰান্সত থকা আমেৰিকাৰ ৰাষ্ট্ৰদূত ৰবাৰ্ট লিভিংষ্টোনক কিবা এটা শান্তিৰ প্ৰস্তাৱ কৰিবলৈ উপদেশ দিলে। লিভিংস্টোনে নেপোলিয়নৰ লগত কথা-বতৰা হবলৈ ধৰিলে। তেওঁ ৬০ লাখ ডলাৰত (প্ৰায়

তিনি কোটি টকা) ফ্ৰান্সৰপৰা নিউ অৰ্লিয়েন্স কিনিব খুজিলে। তেওঁ হয়তো কোনো সিদ্ধান্তলৈ আহিব নোৱাৰি গোটেই কথাটো স্থগিত ৰাখিবৰ কাৰণে আমেৰিকালৈ লিখিলে। তেতিয়া জেফাৰচনে লিভিংষ্টোনক সহায় কৰিবলৈ জেমচ্ মানৰোক ফ্ৰান্সলৈ পঠিয়াই দিলে।

মনৰোৱে পেৰিচ পোৱাৰ আগতেই নেপোলিয়নে হঠাতে এটা সিদ্ধান্ত কৰি পেলালে। ইংলণ্ডৰ লগত তেওঁ তেতিয়া এখন নতুন যুদ্ধ কৰিবলৈ ওলাইছে। কিন্তু তেওঁ ইফালে ভালদৰে জানে যে বৃটিচ নৌবাহিনী পৃথিৱীৰ ভিতৰত শ্ৰেষ্ঠ শক্তিশালী। ইমান দূৰত অৱস্থিত লুইচিয়ানাখনক তেওঁ বাৰু কেনেকৈ ৰক্ষা কৰিবলৈ আশা কৰিব পাৰে? তাৰোপৰি যুদ্ধৰ কাৰণে তেওঁৰ টকাৰো প্ৰয়োজন আছিল। তেওঁ লিভিংষ্টোনক ক'লে যে ডেৰ কোটি ডলাৰ দিলে কেৱল নিউ অৰ্লিয়েন্স কিয় সমগ্ৰ লুইচিয়ানাখনকে যুক্তৰাজ্যই লব পাৰিব।

যুক্তৰাজ্যৰ সমানেই এখন ৰাজ্য কিনা! লিভিংষ্টোন আচৰিত হৈছিল। তেনে কোনো নিৰ্দ্দেশও নাছিল। কিন্তু নিজৰ ওপৰত সকলো দায়িত্ব লৈ তেওঁ কামত আগবাঢ়ি গ'ল। মনৰো আহি পায়ে তেওঁৰ মতত হয়-ভৰ দিলে। ১৮০৩ চনৰ এপ্ৰিল মাহত তেওঁলোকে চুক্তিপত্ৰত চহী কৰি ইয়াৰ পকা বন্দৱস্ত কৰি পেলালে।

ফৰাচীসকলে যে ইমান সহজে এখন দেশ এৰি দিব জেফাৰচনে এইটো কোনো দিনেই সপোনতো ভাবিব পৰা নাছিল। আনহাতেদি তেওঁক বিবেকে আমনি দিছিল। এইদৰে দেশ লবলৈ সংবিধানে জানো তেওঁক অধিকাৰ দিছে? সংবিধানখনৰ এটা জৰুৰী সংশোধন কৰিবৰ কাৰণে তেওঁ উঠি-পৰি লাগিল।

কিন্তু সময় মুঠেই নাছিল। ইফালে যদি ইয়াৰ ভিতৰতে নেপোলিয়নে মত পৰিৱৰ্ত্তন কৰে? এতেকে সন্ধি-চুক্তি গ্ৰহণকৰা হ'ল।

চিনেটৰ ফেডাৰেলিষ্টসকলে ভীষণ বিক্ষোভ প্ৰদৰ্শন কৰিলে। লুইচিয়ানা মানেই হ'ল আৰু বেছি ডেমক্ৰেট, জেফাৰচনৰ আদৰ্শত অনুপ্ৰাণিত প্ৰগতিবাদী খেতিয়কৰ দল। অৱশ্যে তেওঁলোকৰ ধাৰণা ঠিকেই আছিল। তেতিয়াৰপৰাই এই প্ৰগতিবাদীসকল মনে-প্ৰাণে 'আমেৰিকান' হৈ পৰিল। এই মনোভাৱ ক্ৰমে পশ্চিমলৈ বিয়পি পৰিল আৰু শেহত প্ৰশান্ত মহাসাগৰৰ পাৰ পালেগৈ। লুইচিয়ানা কিনাৰপৰা আৰম্ভ কৰি শেষত আৰকানচাচ্, মিচৌৰী, আইওৱা, দক্ষিণ ডাকোটা, চনব্ৰেচ্কা, কানচাচ্, ওক্লাহামা, আৰু কলাডোৰ, মন্টানা, ৱাঅ'মিং, উত্তৰ ডাকোটা আৰু মিনেচোটাৰ অধিকাংশই যুক্তৰাজ্যৰ অংশ হৈ পৰিল। এই অঞ্চলৰ অধিকাংশই প্ৰকৃততে 'অজ্ঞানদেশ' হৈয়ে আছিল।

জেফাৰচনৰ জ্ঞানৰ প্ৰতি বৰ হেপাহ আছিল। তেওঁ প্ৰায়ে ভাবিছিল যে এজন শিক্ষিত পৰ্য্যবেক্ষকৰ সহায়েৰে বিশাল উত্তৰ পশ্চিমাঞ্চলত বহু কিবা-কিবি আবিষ্কাৰ কৰিব পৰা সম্ভৱ হব। তেওঁ ফ্ৰান্সত থাকোঁতে অভিযানকাৰী লেড্ইয়াৰ্ডক নিজৰ উৎসাহেৰে উৎসাহিত কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। ১৭৯২ চনত কেপ্টেইন গ্ৰেই যেতিয়া প্ৰশান্ত মহাসাগৰৰ উপকূলত কলম্বিয়া নৈ আবিষ্কাৰ কৰিছিল তেতিয়া জেফাৰচনৰ এই উৎসাহ নতুনকৈ জাগিল। সেই বছৰেই তেওঁ আমেৰিকান ফিলচফিকেল চোচাইটিত তেওঁলোকৰ মহাদেশখনৰ ভিতৰেদি অনুসন্ধান অভিযান এটাৰ ব্যৱস্থা কৰিবলৈ প্ৰস্তাৱ কৰিলে। তেওঁ আৰু কেইজনমানে লগ লাগি ইয়াৰ খৰচ বহন কৰিবলৈ গাত ল'লে।

এনে এটা অভিযান সঁচাকৈয়ে আৰম্ভ হৈছিল। এই অভিযানৰ গুৰি ধৰিছিল মেৰী ৰেডাৰ লুইচে। এই উনৈশ-বছৰীয়া ডেকাজন মন্টিচেল'ৰ ওচৰৰে ঠাই এখনত ডাঙৰ-দীঘল হৈছিল। এই অভিযানৰ আন এজন গুৰিয়াল আছিল এজন ফৰাচী বৈজ্ঞানিক। ফৰাচী চৰকাৰে নিজৰ কামত তেওঁক তাৰপৰা লৈ যোৱাৰ কাৰণে এই

অভিযানটো কৃতকার্য্য হব নোৱাৰিলে। ১৮০১ চনত লুইচ প্ৰেচিডেণ্টৰ ব্যক্তিগত সচিবৰ পদঁত নিযুক্ত হয়। তেতিয়া বোধকৰো তেওঁলোকে পশ্চিমাঞ্চলত অভিযান কৰাৰ বিষয়ে প্ৰায়েই আলোচনা কৰিছিল।

১৮০৩ চনত তেওঁলোকৰ সুযোগ আহিল। সেই সময়ত কংগ্ৰেচত ৰেড্ইণ্ডিয়ানবোৰৰ লগত বেহা-বেপাৰ কৰাৰ সুবিধা অসুবিধাৰ বিষয়ে বিতৰ্ক চলিছিল। এনে সময়তে প্ৰেচিডেণ্টে কংগ্ৰেচলৈ গোপনে এটা সংবাদ পঠিয়াই জনালে যে সেই বিতৰ্কত মিচৌৰী উপত্যকাৰ ৰেড্-ইণ্ডিয়ানবোৰৰ কথাও যেন আলোচনা কৰে। এই ঠাইবোৰত বেপাৰ-বাণিজ্যৰ কি কি সম্ভাৱনা আছে তাক অনুসন্ধান কৰা উচিত আৰু বাট-পথৰ সন্ধান জানিবৰ কাৰণে প্ৰথমে এদল অনুসন্ধানকাৰী পঠোৱা উচিত। এই বাতৰিটো গোপনে ৰাখিবলগীয়া হৈছিল, কাৰণ সেই অঞ্চলটো ফৰাচী চৰকাৰৰ অধীনত আছিল।

কংগ্ৰেচে প্ৰেচিডেণ্টৰ এই প্ৰস্তাৱত অনুমোদন দি তেওঁক এই জাতীয় অভিযান এটাৰ ব্যৱস্থা কৰিবৰ কাৰণে এটা শকত পুঁজি দিলে। ইয়াৰ লগতে জেফাৰচনে নিজেও কিছু টকা দিলে। কেপ্টেইন লুইচ এই অভিযানৰ নেতা নিযুক্ত হ'ল। লুইচে জেফাৰচনৰ লগত দুবছৰ কাম কৰিছে। সেই কাৰণে জেফাৰচনে তেওঁক ভাল-দৰে জানে আৰু এই কামৰ কাৰণে যে তেৱেঁই উপযুক্ত মানুহ আছিল সেইটো তেওঁ বুজিব পাৰিছিল। সকলো কামতে লুইচ উপযুক্ত দলপতি আছিল। তেওঁ কাঠৰ কাম ভালদৰে জানিছিল। ৰেড্ইণ্ডিয়ানবোৰৰ ৰীতি-নীতি, বিশ্বাস আৰু জীৱন-যাত্ৰা সম্বন্ধে তেওঁৰ যথেষ্ট জ্ঞান আছিল। তেওঁ প্ৰকৃতিৰ এজন সতৰ্ক পৰ্য্যবেক্ষকও আছিল। কিন্তু আটাইতকৈ ডাঙৰ কথা হ'ল যে এই অভিযানৰপৰা জেফাৰচনে কি আশা কৰিছিল তেওঁ জানিছিল।

লুইচে তেওঁৰ সৈন্যদলৰ পুৰণা বন্ধু উইলিয়াম ক্লাৰ্কক লগত নিবৰ কাৰণে অনুমতি বিচাৰিলে। লেফ্টেনেণ্ট ক্লাৰ্ক আছিল জৰ্জ ৰোজাৰ্চ

ক্লার্কৰ সৰু ভায়েক। জেফাৰচন ভাৰ্জিনিয়াৰ গভৰ্নৰ হোৱাৰ আগে আগে বোজার্চে উত্তৰ-পশ্চিমাংশ অঞ্চলটো অধিকাৰ কৰি যুক্তৰাজ্যৰ অন্তৰ্ভুক্ত কৰিছিল। ঠিক ককায়েকৰ দৰেই উইলিয়ামবো ৰেড্-ইণ্ডিয়ানৰ লগত যুদ্ধৰ আৰু হাবিয়ে-বননিয়ে ভ্ৰমণ কৰাৰ যথেষ্ট অভিজ্ঞতা আছিল।

১৮০৩ চনৰ শেষৰ ফালে লুইচ আৰু ক্লাৰ্ক, তেওঁলোকৰ সৰু দলটো লৈ মিচৌৰি নৈৰ মোহনাৰ চেণ্ট লুইচত তেওঁলোকৰ শীতকালিৰ আৱাসত উপস্থিত হ'ল। বসন্তকালত তেওঁলোকৰ অভিযান আৰম্ভ কৰিব লাগিব। সেই কাৰণে তেওঁলোকে তেওঁলোকৰ সহযাত্ৰীসকলক অভিযানৰ উপযোগী নানা শিক্ষা দিবলৈ ধৰিলে। এনেতে সুখবৰ আহিল যে নেপোলিয়নে লুইচিয়ানা বিক্ৰী কৰি গুচি গৈছে। গতিকে অভিযান যুক্তৰাজ্যৰ অধিকৃত অঞ্চলৰ মাজেদিয়ে চলাব লাগিব। ফৰাচী বা স্পেনীয়ৰপৰা বাধা পোৱাৰ কোনো প্ৰশ্নই নুঠে।

১৮০৪ চনৰ ১৪ মে তাৰিখে তিনিখন নাৱেৰে যাত্ৰা আৰম্ভ হ'ল। অভিযানৰ লগত আছিল ১৪জন সৈনিক, ন'জন স্বেচ্ছা-সেৱক, এজন দোভাষী আৰু তেওঁৰ ৰেড্ইণ্ডিয়ান ঘৈণীয়েক, আৰু ক্লাৰ্কৰ নিগ্ৰো দাস। অৱশ্যে কিছুদূৰলৈ আৰু যোলজন অতিৰিক্ত মানুহ তেওঁলোকৰ লগত গৈছিল। সেই বছৰৰ জাৰকালিটো তেওঁলোকে উত্তৰ ডাকোটাত মেন্ডান ইণ্ডিয়ানবোৰৰ লগত কটালে।

মিচৌৰি নৈয়েদি গৈ গৈ তেওঁলোক মিচৌৰি নৈৰ ত্ৰিধাৰা (য'ৰ-পৰা তিনিটা শাখা বৈ গৈছে) পালেগৈ। লুইচে এই পানী তিনি-ধাৰাক নাম দিলে জেফাৰচন, মেডিচন আৰু গেলাটিন। ইয়াৰ পিছত তেওঁলোকে জেফাৰচন শাখাইদি গৈ গৈ দক্ষিণ-পশ্চিম মণ্টানা পালেগৈ। ইয়াত চোচন ইণ্ডিয়ানবোৰে ৰকি পৰ্ব্বতমালা অতিক্ৰম কৰিবৰ কাৰণে তেওঁলোকক ঘোঁৰা দি সহায় কৰিলে। তাৰ-

পিছুত তেওঁলোকে ভূৰেৰে কলম্বিয়া নৈ পাৰ হৈ ১৮০৫ চনৰ ১৫ নভেম্বৰৰ দিনা নৈখনৰ মোহনাত উপস্থিত হ'ল।

ডেৰ বছৰৰ ভিতৰত অভিযানকাৰীসকলে প্ৰায় চাৰি হেজাৰ মাইল বাট অতিক্ৰম কৰিলে। তেওঁলোকে এই অভিযানত এনে কিছুমান ৰেড্ইণ্ডিয়ান দেখিছিল, যিবোৰে ইয়াৰ আগতে কোনো-কাহানিয়ে বগা মানুহ দেখা নাছিল। তেওঁলোকে প্ৰকাণ্ড প্ৰকাণ্ড ভালুক, গাধৰ দৰে হৰিণাপহু আৰু পাহাৰীয়া ছাগলীৰ দৰে বহুত আচৰিত আচৰিত জীৱজন্তু আবিষ্কাৰ কৰিলে। এওঁলোকে বহুত ধৰণৰ মাটি, নিমখ, ধাতু আৰু গছগছনিৰ নমুনা সংগ্ৰহ কৰিলে। মেক্সিকোৰ উত্তৰে গোটেই মহাদেশখন অতিক্ৰম কৰি প্ৰশান্ত মহাসাগৰৰ উপকূলত এই অভিযানকাৰীৰ দলটোৱেই পোনপ্ৰথম উপস্থিত হৈছিল। এওঁলোকেই অৰিগন অঞ্চলত সৰ্ব্বপ্ৰথম আমেৰিকাৰ অধিকাৰ প্ৰতিষ্ঠা কৰিছিল। জেফাৰচনৰ ইচ্ছা অনুসৰি এই অভিযানত অভিযানকাৰীসকলে সম্পূৰ্ণৰূপে কৃতকাৰ্য্য হৈছিল।

উপকূলত গোটেই জাৰকালিটো কটাই তেওঁলোকে ১৮০৬ চনৰ ২৩ মাৰ্চৰ দিনা ৰাওনা হৈ ঠিক ছমাহৰ ভিতৰতে আকৌ চেণ্ট লুইচত আহি উপস্থিত হ'ল। যাওঁতে তেওঁলোকৰ যিমান সময় লাগিছিল উভতি আহোঁতে তাৰ তিনি ভাগৰ এভাগ সময় লাগিল। এই সময়ৰ ভিতৰতে অৱশ্যে তেওঁলোকে বাটত 'ইয়েলোষ্টোন' আবিষ্কাৰ কৰোঁতে কিছু সময় অতিবাহিত কৰিছিল। আধুনিক যুগৰ এটা ৰোমাঞ্চকৰ অভিযানত বিজয়ী হৈ লুইচ আৰু ক্লাৰ্ক ৱাচিংটনলৈ উভতি আহিল। অভিযানৰ এই নায়ক দুজনক বিৰাট ভূ-সম্পত্তি উপহাৰ দিয়া হ'ল। কেপ্টেইন লুইচ লুইচিয়ানা অঞ্চলৰ উত্তৰাংশৰ গভৰ্নৰ আৰু ক্লাৰ্ক আঞ্চলিক সেনাবাহিনীৰ ব্ৰিগেডিয়াৰ জেনেৰেল নিযুক্ত হ'ল। পিছলৈ তেওঁ ৰেড্ইণ্ডিয়ান অঞ্চলৰ এজেণ্ট হৈছিল।

দেশৰ ধনীসম্প্ৰদায়ৰ ওচৰত চৰকাৰক চিৰ-ঋণত ঋণী কৰি ৰখাই

হেমিল্টনৰ উদ্দেশ্য আছিল। এনে অৱস্থাত ধনীসম্প্রদায়ে চৰকাৰক হাত কৰি নিজৰ সুবিধামতে কাম কৰাই লব পাৰে আৰু চৰকাৰেও ধনীসম্প্রদায়ৰ সমৰ্থন পায় কাৰণে তেওঁলোকৰ টকা চৰকাৰৰ কামত লাগে। কিন্তু জেফাৰচনৰ দৃষ্টিভঙ্গী ইয়াৰ বিপৰীত আছিল। তেওঁৰ মতে দেশবাসীয়ে তেওঁলোকৰ জীৱিত অৱস্থাতে তেওঁলোকৰ দিনত কৰা ঋণ পৰিশোধ কৰিব লাগিব। কাৰণ তেওঁলোকৰ ঋণ তেওঁলোকৰ সতি-সন্ততিসকলে পৰিশোধ কৰা নীতি জেফাৰচনে ন্যায়সঙ্গত বুলি ভবা নাছিল।

এই কাৰণে জেফাৰচন আৰু গেলাটিনে যুক্তৰাজ্যৰ বেঙ্কৰ চৰকাৰৰ অংশটো বেচি দিলে। কম দামত মাটি বেচি তেওঁলোকে লুইচিয়ানা কিনাৰ খৰচ উলিয়ালে। কিছুমান অনাৱশ্যকীয় চৰকাৰী দফতৰ বাতিল কৰি তেওঁলোকে চৰকাৰৰ ব্যয় কমালে। এই দফতৰবোৰ ফেডাৰেলিষ্টসকলে নিজৰ দলৰ মানুহক ভৰণ-পোষণ দিবৰ কাৰণে সৃষ্টি কৰিছিল। বিদেশলৈ পঠোৱা মন্ত্ৰীৰ সংখ্যা কমাই আনিলে আৰু নৌবাহিনীৰ আকাৰ সৰু কৰিলে। এইবোৰ কৰাৰ কাৰণে কংগ্ৰেচৰ পক্ষে দেশৰ কৰ-ভাৰ পাতল কৰি দিয়া সম্ভৱ হ'ল।

জেফাৰচনৰ প্ৰথমবাৰৰ কাৰ্য্যকাল অন্ত হ'ল। ৰিপাব্লিকান দলৰ শাসনব্যৱস্থাত দেশৰ সকলোৱেই সন্তোষ প্ৰকাশ কৰিলে। জেফাৰচন নিজেও অত্যন্ত জনপ্ৰিয় হৈ উঠিল। এই সময়ত তেওঁ নিজকে পৃথিৱীৰ সুখী মানুহবোৰৰ এজন বুলি আনন্দিত হোৱাৰ সময় আহিছিল। কিন্তু জনসাধাৰণৰ পৰম্পৰা শ্ৰেষ্ঠ সন্মান পালেও, এটা ঘৰুৱা অশান্তিৰ কাৰণে তেওঁ বৰ মনোকষ্ট পাইছিল। তেওঁৰ মৰমৰ জীয়েক মেৰীয়া ঢুকাইছিল। জীয়েক ঢুকোৱাৰ পিছত তেওঁ পঢ়াশালিৰ সহপাঠী আৰু তেতিয়াও ভাৰ্জিনিয়াৰ শাসনকৰ্ত্তা পেজলৈ লিখিছিল 'মোৰ যি আছিল তাৰ আধাখিনি আজি মই হেৰুৱালোঁ'। দেউতাকৰ নিঃসঙ্গতাৰ কষ্ট কিছু লাঘৱ কৰিবৰ কাৰণে সেই বছৰৰ জাৰকালি মাৰ্থা সপৰিয়ালে 'হোৱাইট হাউচ'লৈ

আহিল (যুক্তৰাজ্যৰ প্ৰেচিডেণ্টৰ বাস-ভৱনক 'হোৱাইট হাউচ' বোলে)।

১৮০৪ চনৰ নিৰ্ব্বাচনত জেফাৰচনে ১৬২টা নিৰ্ব্বাচনী ভোট পালে আৰু ফেডাৰেলিষ্ট প্ৰাৰ্থী চি. চি. পিঙ্কনিয়ে পালে মাথোন ১৪টা। ৰিপাব্লিকান দলৰ এই সাফল্যই ফেডাৰেলিষ্ট দলৰ অৱসান ঘটালে। ১৮০৪ চনৰ জুলাই মাহত আলেকজেণ্ডাৰ হেমিল্টনৰ মৃত্যুৰ লগে লগেই দলৰ উৎসাহ কমি আহিছিল। আৰনবাৰ আৰু হেমিল্টনৰ মাজত শত্ৰুতা ইমান বাঢ়িছিল যে বাৰে বাৰে এই ফেডাৰেলিষ্ট নেতাজনক দ্বৈত যুদ্ধলৈ আহ্বান কৰি মাৰি পেলালে।

ইয়াৰ লগে লগেই বাৰৰ ৰাজনৈতিক জীৱনৰ অৱসান হ'ল। নিউইয়ৰ্কৰ প্ৰাক্তন শাসনকৰ্ত্তা জৰ্জ ক্লিন্টন জেফাৰচনৰ দ্বিতীয় কাৰ্য্যকালত ভাইচ প্ৰেচিডেণ্ট নিযুক্ত হ'ল। সংবিধানৰ দ্বাদশ সংশোধনী প্ৰস্তাৱটো এইবাৰ গৃহীত হ'ল। গতিকে প্ৰেচিডেণ্ট আৰু ভাইচ প্ৰেচিডেণ্টৰ নিৰ্ব্বাচন লৈ ভৱিষ্যতে গণ্ডগোলৰ কোনো প্ৰশ্নই উঠিব নোৱাৰা হ'ল।

দ্বিতীয়বাৰৰ কাৰ্য্যকালত জেফাৰচনে আশা কৰিছিল যে, এইবাৰ তেওঁ জনসাধাৰণৰ উন্নতিৰ কামত, শিক্ষা-ব্যৱস্থা আৰু বিজ্ঞানৰ বহুমুখী উন্নতি-কল্পে আত্মনিয়োগ কৰিব পাৰিব। জাতীয়-ঋণ প্ৰায় পৰিশোধ কৰা শেষ হৈ আহিছিল বুলিয়েই আন কামত আত্মনিয়োগ তেওঁৰ পক্ষে সহজ হ'লহেতেন। কিন্তু জনসাধাৰণৰ সুখ আৰু দেশৰ সমৃদ্ধিৰ উদ্দেশ্যে কৰা এই আঁচনিবোৰ ইউৰোপৰ পৰিস্থিতিৰ কাৰণে স্থগিত ৰাখিবলগা হ'ল।

ইউৰোপ শাসন কৰাৰ আশাত ইংলণ্ড আৰু ফ্ৰান্সৰ মাজত খোৱা-কামোৰা লাগিল। বিৰাট নৌবাহিনী লৈ ইংলণ্ডে ফ্ৰান্স অৱৰোধ কৰি খাদ্য সৰবৰাহ বন্ধ কৰি ফ্ৰান্সক মৰণাপন্ন হবলৈ বাধ্য কৰাব বুলি ভাবুকি দেখুৱালে। ১৮০৬ চনত ইংলণ্ডে ইউৰোপৰ পশ্চিম উপকূল 'অৱৰুদ্ধ অঞ্চল' বুলি ঘোষণা কৰিলে। নেপোলিয়নে

ওভোটাই বৃটিচ দ্বীপপুঞ্জবোৰ 'অৱৰুদ্ধ' বুলি ঘোষণা কৰিলে। কিন্তু নেপোলিয়নৰ অৱৰোধৰ কোনো মূল্য নাছিল, কাৰণ অৱৰোধ বহাল ৰাখিব পৰাকৈ তেওঁৰ যুদ্ধজাহাজ নাছিল। ইংলণ্ডৰ অৱৰোধে আমেৰিকাৰ বাণিজ্যত অশেষ ক্ষতি কৰিলে। অনতিপলমে বৃটিচ আৰু ফৰাচী যুদ্ধজাহাজবোৰ আমেৰিকাৰ উপকূলত দেখা গ'ল। সেইবোৰে নিৰপেক্ষ জাতিবোৰৰ অধিকাৰ ক্ষুণ্ণ কৰি মাৰ্কিন জাহাজবোৰ আটক কৰিবলৈ ধৰিলে। এনেবোৰ অত্যাচাৰৰ কাৰণে বহুত আমেৰিকাবাসীয়ে ইংলণ্ডৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ প্ৰস্তুত হ'ল। আৰু কিছুমানে নেপোলিয়নৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিবৰ কাৰণে সমানেই চিঞৰ-বাখৰ লগালে। আমেৰিকা এতিয়া মহা বিমোৰত পৰিল। নেপোলিয়ন বা তৃতীয় জৰ্জ দুইজনৰ এজনৰ পক্ষও জেফাৰচনে নল'লে। দুইজনেই আছিল অত্যাচাৰী, সেয়েহে তেওঁ তেওঁলোক দুয়োজনকে ঘৃণাৰ চকুৰে চাইছিল। তেওঁলোকৰ যুদ্ধই সমগ্ৰ ইউৰোপত দুৰ্নীতি আৰু অত্যাচাৰহে বঢ়াইছিল। এওঁলোকক সহায় কৰিবলৈ যাবলৈ আমেৰিকাৰ কি প্ৰয়োজন? বিশেষকৈ এই সময়ত আমেৰিকাই শান্তিপূৰ্ণভাৱে আত্মোন্নতিৰ পথত আগ বাঢ়িব খোজে। কিন্তু আটলাণ্টিক মহাসাগৰত উদ্ধত বৃটিচ আৰু ফৰাচী নৌবাহিনীৰ স্বেচ্ছাচাৰিতা ইমান বেছি হৈছিল যে জেফাৰচনে ইয়াৰ প্ৰতিবাদ কৰা অতি অৱশ্যকীয় হৈ পৰিল। তেওঁ আকৌ এবাৰ বাণিজ্যিক অস্ত্ৰপাত প্ৰয়োগ কৰিলে। ১৮০৭ চনত তেওঁ কংগ্ৰেচত 'এম্বাৰ্গো এক্ট'খন পাছ কৰালে। তেতিয়াৰপৰা মাৰ্কিন জাহাজবোৰ আমেৰিকাৰপৰা ইউৰোপীয় বন্দৰ এটালৈও যাব নোৱাৰে বুলি নিষেধাজ্ঞা জাৰী হ'ল।

প্ৰায় এবছৰ এই আইনখন বেছ কাৰ্য্যকৰী আছিল। ইয়াৰ পিছৰপৰা আমেৰিকাৰ জাহাজ সজা ব্যৱসায়টো লাহে লাহে কমি আহি প্ৰায় বন্ধ হবৰ উপক্ৰম হ'ল। বিদেশলৈ ৰপ্তানী বন্ধ হোৱাত খেতিয়কবোৰৰ উৎপন্ন-বস্তুবোৰ ভঁৰালতে গেলি-পচি যাবলৈ ধৰিলে।

চাৰিওফালৰপৰা ইমান আপত্তি আহিবলৈ ধৰিলে যে অৱশেষত ১৮০৯ চনৰ মাৰ্চ মাহত এই আইনখন বদ কৰিবলগীয়া হ'ল। সেই সময়ত জেফাৰচনৰ কাৰ্য্যকালো প্ৰায় শেষ হৈ আহিছিল, মাত্ৰ কেইটামান দিনহে বাকী আছিল। এই আইনখনৰ পৰিৱৰ্ত্তে 'নন্-ইণ্টাৰ্‌কোৰ্চ এক্ট' পাছ কৰা হ'ল। এই আইনৰ দ্বাৰাই কেৱল ইংলণ্ড আৰু ফ্ৰান্সৰ লগত বেপাৰ-বাণিজ্য চলোৱা বন্ধ কৰিলে। যোৱা ছবছৰে জেফাৰচনে তেওঁৰ দেশবাসীৰপৰা যি জনপ্ৰিয়তা অৰ্জ্জন কৰি আহিছিল এই এবছৰৰ ভিতৰতে সেই সকলোবোৰ তেওঁ হেৰুৱাই পেলালে। তেওঁ ১৮০৮ চনত কংগ্ৰেচে ভৱিষ্যতে ক্ৰীতদাসৰ আমদানী চিৰকালৰ কাৰণে বন্ধ কৰিবৰ উদ্দেশ্যে পাছ কৰা আইনখনত চহী কৰিবলৈ পোৱাটোৱেই তেওঁৰ একমাত্ৰ সান্ত্বনা আছিল।

আকৌ যেতিয়া পৰৱৰ্ত্তী নিৰ্ব্বাচনৰ সময়ত প্ৰাৰ্থী মনোনয়নৰ কাম আৰম্ভ হ'ল, তেতিয়া আঠখন ষ্টেটৰ আইন-পৰিষদে জেফাৰচনক তৃতীয়বাৰৰ কাৰণে প্ৰেচিডেণ্ট পাতিবলৈ প্ৰস্তাৱ কৰিলে। 'এম্‌বাৰ্গ এক্ট'ৰ কাৰণে জনসাধাৰণৰ ওচৰত কিছু অপ্ৰিয় হলেও এই প্ৰস্তাৱে নিশ্চয় তেওঁক মনত অলপ নহয় অলপ শান্তি দিছিল। এই প্ৰস্তাৱ বহুত ষ্টেটেই হয়তো সমৰ্থন কৰিলহেতেন, কিন্তু জেফাৰচনে নিজে তৃতীয়বাৰ কাৰ্য্যকালৰ প্ৰস্তাৱ তৎক্ষণাত প্ৰত্যাখ্যান কৰিলে। তেওঁ ক'লে যে, যদিও সংবিধানত একেজন মানুহেই বাৰে বাৰে প্ৰেচিডেণ্ট নিৰ্ব্বাচিত হোৱাৰ বিৰুদ্ধে কোনো বিধান নাই তথাপি পদবোৰ যাতে আজীৱন বা বংশানুক্ৰমে কোনেও পাব নোৱাৰে সেই সম্বন্ধে এটা ব্যৱস্থা থকা উচিত। গণতন্ত্ৰৰ কৰ্ম্মকৰ্ত্তাসকল কম সময় থকাই গণতন্ত্ৰৰ কাৰণে বেছি নিৰাপদজনক। গতিকে এইবাৰ মেডিচন প্ৰেচিডেণ্ট নিৰ্ব্বাচিত হ'ল। জেফাৰচনৰ আনন্দৰ সীমা নাই, কাৰণ তেওঁ এই বিশ্বাসী মেডিচনক নিজৰ ল'ৰাৰ দৰেই মৰম কৰিছিল। দেশৰ শাসনভাৰ এইবাৰো সুযোগ্য পাত্ৰৰ হাতত পৰিছে। স্বাধীনতাৰ

ঘোষণা-পত্ৰৰ নিৰ্দ্দেশ অনুযায়ী কাম চলি থাকিব। তিনি কুৰি ছবছৰ বয়সত জেফাৰচনে এইবাৰ ৰাজনীতিৰপৰা বিদায় লৈ মণ্টিচেলোলৈ উভতি গৈ আকৌ খেতি-পথাৰৰ কামত লাগিব।

## সপ্তদশ অধ্যায়

### "তুমি জীয়াই থাকা, জেফাৰচন!"

ৱাচিংটনৰপৰা অৱসৰ লোৱাৰ কিছুদিনৰ পিছতে কেইজনমান ডেকা ল'ৰাই পঢ়া-শুনাৰ বিষয়ে উপদেশ বিচাৰি জেফাৰচনৰ কাষ চাপিছিল। তেওঁলোকৰ পাঠ্যক্ৰমখনত চকু ফুৰাই তেওঁ ক'লে যে বিজ্ঞানৰ মুখ্য উদ্দেশ্যৰ ওপৰত তেওঁলোকে তেওঁলোকৰ দৃষ্টি নিবদ্ধ কৰাই তেওঁ বিচাৰে। কাৰণ সকলো বিজ্ঞানৰ প্ৰধান উদ্দেশ্য হ'ল— মানৱসমাজৰ স্বাধীনতা আৰু সুখ বিধান কৰা।

এই ডেকা ছাত্ৰকিজনৰ লগত নানা সমস্যা আলোচনা কৰোঁতে কৰোঁতে জেফাৰচনৰ মনলৈ এটা সুন্দৰ পৰিকল্পনা লাহে লাহে সবল হৈ আহিছিল। এই পৰিকল্পনাটো তেওঁ বহুত দিনৰপৰাই মনত পোষণ কৰি আহিছিল। আনকি ভাৰ্জিনিয়াৰ এজন ডেকা আইন ৰচয়িতা হিচাপে চৰকাৰে পৰিচালনা কৰা অবৈতনিক পৰিপূৰ্ণ শিক্ষাব্যৱস্থাৰ কাৰণে আন্দোলনো কৰিছিল। তেওঁৰ মতে শিক্ষাব্যৱস্থাত প্ৰাইমেৰি স্কুলৰপৰা বিশ্ববিদ্যালয়লৈকে সকলো প্ৰতিষ্ঠানেই থাকিব।

মেডিচনৰ এই বিষয়ে সম্পূৰ্ণ সহযোগিতা থকা সত্ত্বেও তেওঁ সেইদিনৰ প্ৰাচীনপন্থী নেতাসকলৰ বিৰোধিতাৰ কাৰণে পৰিকল্পনাটো কাৰ্য্যকৰী কৰিব নোৱাৰিলে। এইবাৰ তেওঁ তেওঁৰ শিক্ষা-পৰিকল্পনাৰ একাংশ এটা বিশ্ববিদ্যালয় গঢ়ি তোলাৰ কামত এনেভাৱে আত্ম-নিয়োগ কৰিলে যাতে তেওঁ নিজে কামটো সম্পূৰ্ণ হোৱা চাই যাব পাৰে।

শিক্ষা-বিষয়ত উৎসাহী জোচেফ কেবিংটন কেবেল্ নামে

জেফাৰচনৰ এজন ডেকা বন্ধু আছিল। জেফাৰচনে কেবেলক আইন-পৰিষদৰ সদস্য হৈ কিছুমান আইন পাছ কৰাৰ ব্যৱস্থা কৰিবলৈ ক'লে—যাতে সেই আইনৰ বলত কণ কণ মইনাহঁতৰ কাৰণে প্ৰাথমিক বিস্তালয় আৰু যুৱকসকলৰ কাৰণে আদৰ্শ বিস্তালয় গঢ়ি তুলিব পৰা হয়। কেবেল্ 'হাউচ অব্ ডেলিগেট'ৰ সদস্য-প্ৰাৰ্থী হিচাপে নিৰ্ব্বাচনত থিয় হৈছিল আৰু সেই সভাৰ সদস্য নিৰ্ব্বাচিত হৈছিল। ১৮১০ চনত তেওঁ ষ্টেট-চিনেটৰ সদস্য নিৰ্ব্বাচিত হয় আৰু এই পদত তেওঁ একাদিক্ৰমে উনৈশ বছৰ আছিল। তেওঁ মেডিচন আৰু মন্‌ৰোৰ মন্ত্ৰীসভাৰ পদ প্ৰত্যাখ্যান কৰি ভাৰ্জিনিয়াতে থাকিবলৈ স্থিৰ কৰিলে। কাৰণ ইয়াৰপৰাই তেওঁ নিজৰ ষ্টেটৰ শিক্ষা-বিষয়ক আইনবোৰৰ ওপৰত চোকা দৃষ্টি ৰাখিব পাৰিব। তেওঁ ভাবিছিল এইটোৱেই তেওঁৰ জীৱনৰ মুখ্য দায়িত্ব।

বিশ্ববিস্তালয় প্ৰতিষ্ঠাৰ শুভ-কামত আগবাঢ়ি যাওঁতে কেবেলে তেওঁৰ বাটত বহুত শত্ৰু আৰু বাধা-বিঘিনিৰ সন্মুখীন হ'বলগীয়া হ'ল। ইয়াৰ ভিতৰত আটাইতকৈ ডাঙৰ বাধা হ'ল জনসাধাৰণৰ উদাসীনতা; গণতন্ত্ৰত বিশ্বাসী প্ৰত্যেকেই এই বিৰাট বাধাক বিশেষ-ভাৱে জনাৰ আৰু উপলব্ধি কৰাৰ আৱশ্যকতা আছে। তাৰ পিছত আহি পৰিলে উইলিয়াম এণ্ড মেৰী কলেজৰ প্ৰতিবাদ। কাৰণ একেখন দেশতে আন এটা বিশ্ববিস্তালয় গঢ়ি উঠাটো উইলিয়াম এণ্ড মেৰী কলেজে নিবিচাৰিছিল। অৱশেষত বহুতে আকৌ দেশৰ ভিতৰত এখন 'নাস্তিক' গঢ়ি তোলাৰ বিপক্ষে থিয় হ'ল, কাৰণ জেফাৰচনৰ ইচ্ছা আছিল এই প্ৰতিষ্ঠানটোক অসাম্প্ৰদায়িক ভিত্তিত গঢ়ি তোলা।

বছৰৰ পিছত বছৰ বিফলে বাগৰি গ'ল, অৱশেষত জেফাৰচনে ষ্টেটৰ সাহায্যৰ কাৰণে বৈ নেথাকি তেওঁৰ নিজৰ আদৰ্শমতে এটা বিশ্ববিস্তালয় গঢ়ি তোলাৰ সুযোগ পালে। ১৮১৪ চনৰ কোনো এটা হেঙুলি পুৱাত ঘৰৰ কাষৰ এটা কেঁকুৰিয়েদি ঘোঁৰাত উঠি

ফুৰেঁাতে বাটৰ কাষৰ এটা বিদ্যালয় তেওঁৰ চকুত পৰিল। বিদ্যালয়টো সেই সময়ত নানান অসুবিধাত পৰিছিল। জেফাৰচনে সেইফালেদি ঘেঁাৰাত উঠি যাওঁতে ইয়াৰ পৰিচালকসকলে বিদ্যালয়ৰ ভিতৰত বহি পৰামৰ্শ কৰিছিল। জেফাৰচনৰ ভতিজাক পিটাৰ কাৰ এই বিদ্যালয়ৰ ডিৰেক্টৰ আছিল। পিটাৰ কাৰৰ দেউতাক ডেব্‌নি কাৰ জেফাৰচনৰ এজন পুৰণা বন্ধুও আছিল। শিক্ষাবিষয়ে জেফাৰচন যে কিমান উৎসাহী পিটাৰ কাৰৰ সেইটো ভালদৰে জনা আছিল। সেয়েহে তেওঁলোকৰ এনে দুৰ্দ্দিনৰ সময়ত জেফাৰচনক ওচৰেদি যোৱা দেখি তেওঁক নমতাকৈ থাকিব নোৱাৰিলে।

জেফাৰচন আহিল। বিদ্যালয়টোৰ সকলো সমস্যাৰ কথা শুনি শিক্ষাবিষয়ে তেওঁৰ নিজৰ মতামত আৰু পৰিকল্পনাৰ বিষয়ে তেওঁলোকক ক'লে। হঠাৎ তেওঁৰ মনত এটা নতুন ভাবৰ উদয় হ'ল। এই ক্ষুদ্ৰ বিদ্যালয়টোৰ পুনৰ্গঠন কৰিয়েই দেখোন তেওঁ কল্পনা কৰা বিশ্ববিদ্যালয়টোক বাস্তৱ ৰূপ দিব পাৰি।

অলপ দিনৰ ভিতৰতে জেফাৰচনে, ষ্টেটৰ শিক্ষা-পৰিষদক তেওঁৰ পৰিকল্পনাৰ কাৰ্য্যকাৰিতাৰ সম্বন্ধে প্ৰত্যয় নিয়াবলৈ সক্ষম হ'ল আৰু তেওঁলোকে এটা "চেণ্ট্ৰেল কলেজ" স্থাপন কৰিবলৈ কাম হাতত ল'লে। জেফাৰচনৰ নিজৰ বহুত ধাৰ থকা সত্ত্বেও তেওঁ এই কলেজ প্ৰতিষ্ঠাৰ কাৰণে এহেজাৰ ডলাৰ দান কৰিলে। তিনি বছৰৰ মূৰত চেণ্ট্ৰেল কলেজ সজাৰ কাম প্ৰায় সম্পূৰ্ণ হৈ আহিল।

অৱশেষত বহু প্ৰচেষ্টাৰ ফলত এদিন কেবেল্ আৰু তেওঁৰ বন্ধু-সকলে ষ্টেট-বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰাৰ প্ৰস্তাৱটো পাছ কৰাই নিবলৈ সক্ষম হ'ল। ষ্টেট-বিশ্ববিদ্যালয়ৰ কাৰণে জেফাৰচনে চেণ্ট্ৰেল কলেজৰ নতুন ঘৰটো দিবলৈ তৎক্ষণাৎ আগ্ৰহ দেখুৱালে। এনে কৰিলে যে কেৱল ষ্টেটৰ টকাহে বাহি হব এনে নহয়—জেফাৰচনে যি ঠাইত বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰাৰ ইচ্ছা কৰিছিল ঠিক সেই ঠাইতে সেই বিশ্ববিদ্যালয় স্থাপিত হব।

জেফাৰচনৰ এলবিমার্লি কাউন্টিত বিশ্ববিত্তালয়টো স্থাপন কৰাৰ ইচ্ছাক তেওঁৰ বন্ধু-বান্ধৱসকলে সমৰ্থন কৰিলে আৰু তেওঁৰ মনোবাঞ্ছা পূৰণ কৰিবলৈ কামত লাগি গ'ল। তেওঁলোকে জানিছিল যে জেফাৰচনৰ দৰে আন কোনেও এই সত্তোজাত কলেজখনক মৰম আৰু পুতৌ কৰি সযত্নে গঢ়ি তুলিব নোৱাৰিব। আৰু কোনেও তেওঁৰ দৰে এই প্ৰতিষ্ঠানৰ কাৰণে ইমান কষ্ট স্বীকাৰ কৰিব নোৱাৰিব। তাৰোপৰি বিশ্ববিত্তালয় প্ৰতিষ্ঠা কৰা প্ৰস্তাৱটো গৃহীত হোৱাৰ কাৰণেই বা কোনে বেছি প্ৰশংসা পোৱা উচিত? এই তিনি কুৰি চৈধ্য বছৰীয়া বুঢ়াজনে ছকুৰি বছৰ ধৰি এই বিশ্ব-বিত্তালয় গঢ়ি তুলিবৰ কাৰণে সাধনা কৰি আহিছে। এই বিশ্ব-বিত্তালয় যেতিয়া প্ৰতিষ্ঠিত হৈছে, ইয়াৰ পৰিচালনাৰ ভাৰ তেওঁৰ হাতত অৰ্পণ কৰাই ভাল।

প্ৰথমে জেফাৰচনে বিশ্ববিত্তালয়ৰ বাহ্যিক বিধি-ব্যৱস্থালৈ মনো-নিবেশ কৰিলে। এইটো কিছুমান বিশৃঙ্খল অট্টালিকাৰ সমষ্টি হলেই নহব। এই শিক্ষালয়টোৰ সবল মনৰ লগত সবল শৰীৰৰো প্ৰয়োজন। বুদ্ধি আৰু প্ৰতিভা বিকাশত সহায় কৰাই এই প্ৰতিষ্ঠানৰ প্ৰধান লক্ষ্য হলেও ই দেখিবলৈও ধুনীয়া হোৱা উচিত। তেতিয়াহে এই বিশ্ব-বিত্তালয়ে সকলোৰেপৰা সম্মান অৰ্জ্জন কৰিব পাৰিব, পৃথিৱীৰ সকলো ঠাইৰপৰা বিখ্যাত অধ্যাপকসকলক আকৃষ্ট কৰিব, ছাত্ৰ-সকলৰ সম্মুখত প্ৰাচীন চাৰুকলাৰ প্ৰকৃত নিদৰ্শন দাঙি ধৰিব পাৰিব। সেয়েহে জেফাৰচনে স্থাপত্য-বিষয়ৰ তেওঁৰ আদৰ্শ-গ্ৰন্থ 'পালাডিঅ'ত পুনৰ মনযোগ দিলে।

জেফাৰচনৰ পৰিকল্পনা আছিল যে এই বিশ্ববিত্তালয়টো এটা ঘৰতে আবদ্ধ নাথাকে যেন। শিক্ষা-প্ৰতিষ্ঠানটোক তেওঁ এখন ধুনীয়া মনে-পতা শিক্ষাৰ গাঁও হিচাপে গঢ়ি তুলিব খুজিছিল। প্ৰত্যেকজন অধ্যাপকৰ কাৰণে সৰু আৰু পৃথক বাসস্থানৰ ব্যৱস্থা কৰিব লাগিব—তলৰ মহলাত ক্লাচ কৰিবৰ কাৰণে দুটা বা ততোধিক ডাঙৰ কোঠা

আৰু ওপৰমহলাত তেওঁ (অধ্যাপক) থাকিবৰ কাৰণে দুটা কোঠা থাকিব। এইবোৰৰ গাতে লগাই এমহলীয়া ছাত্ৰাবাস সাজিব লাগিব। যিকোনো বতৰতে ছাত্ৰসকলে বৰষুণত নিতিতাকৈ এটা ক্লাচৰপৰা আন ক্লাচলৈ যাব পৰাকৈ এখন বাৰাণ্ডা থাকিব। অৱশ্যে কোনো বিশেষ অধ্যাপকৰ ছাত্ৰসকলৰ কাৰণে অধ্যাপকৰ ঘৰৰ লগতে লগাকৈ ছাত্ৰাবাস সাজিব লাগিব। তেওঁৰ নিজৰ কলেজীয়া জীৱনত অধ্যাপক স্কলৰ লগত থকা ব্যক্তিগত সংস্পৰ্শৰ মূল্য আৰু সাৰ্থকতা জেফাৰচনে কোনোদিনেই পাহৰা নাছিল।

ঘূৰণীয়া টিলাটোত সকলো প্ৰাচীন দেৱ-দেৱীৰ মন্দিৰ ৰোমান-পেন্‌থিয়নৰ আৰ্হিত নিৰ্ম্মাণ কৰা হ'ল। দহটা থকা-ঘৰৰ প্ৰত্যেকটো প্ৰাচীনকালৰ বিভিন্ন বিখ্যাত সৌধবোৰৰ অনুকৰণত সজা হ'ল। কোনোটো হয়তো মাৰ্চেলাচৰ ৰঙ্গমঞ্চৰ অনুকৰণত, আন এটা হয়তো সম্ৰাট ডায়োক্লিচিয়ানৰ গা-ধোৱা ঘৰৰ আৰ্হিত আৰু কোনোটো বা হয়তো ফৰচুনৰ মন্দিৰৰ আদৰ্শত। এই ঘৰবোৰৰ ভিতৰত গ্ৰীক, লেটিন, প্ৰাচীন বুৰঞ্জী, পুৰণি শিল্পকলা আদি অধ্যয়ন কৰোঁতে কৰোঁতে পাৰিপাৰ্শ্বিক পৰিস্থিতিৰ কাৰণে সেইবোৰ যেন ছাত্ৰসকলৰ কাষত জীৱন্ত হৈ উঠে।

ভাৰ্জিনিয়া বিশ্ববিদ্যালয়ৰ বহুত বৈশিষ্ট্য থাকিব লাগিব। ইয়াৰ এটা হ'ল যে এই বিশ্ববিদ্যালয়ৰ কোনো প্ৰেচিডেণ্ট নাথাকিব। প্ৰতি বছৰে অধ্যাপকসকলে তেওঁলোকৰ নিজৰ ভিতৰতে এজনক চেয়াৰমেনৰ কাম কৰিবৰ কাৰণে নিৰ্ব্বাচিত কৰিব। পাঠ্য-পুথিবোৰ অধ্যাপকসকলেই মনোনীত কৰি দিব। থকা-ঘৰবোৰ চিঠি খেলৰ সহায়ত তেওঁলোকৰ মাজত বিতৰণ কৰা হব।

১৮২৫ চনৰ মাৰ্চ মাহত এই বিশ্ববিদ্যালয় উদ্বোধন কৰা হয়। জেফাৰচনে যদিও বিশ্ববিদ্যালয়ত দহটা বিষয়ৰ শিক্ষা দিবৰ কাৰণে দহটা শাখা খোলাৰ পৰিকল্পনা কৰিছিল, টকাৰ অভাৱত সেই সময়ত মাত্ৰ সাতটা বিষয়তহে শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছিল।

বিষয় সাতটা হ'ল—প্ৰাচীন ভাষাসমূহ, আধুনিক ভাষাবোৰ, অঙ্কশাস্ত্ৰ আৰু জড়-বিজ্ঞান, নৈতিক-দৰ্শন, ৰসায়ন-শাস্ত্ৰ আৰু চিকিৎসাশাস্ত্ৰ। ইয়াৰ পিছৰ বছৰত আইন-শিক্ষাৰ ব্যৱস্থা কৰা হয়। এই বিশ্ববিদ্যালয়ৰ-পৰা দুটা উপাধি দিয়াৰ ব্যৱস্থা কৰা হ'ল। যি ছাত্ৰই এটা বিষয়ৰ শিক্ষা সমাপ্ত কৰিব তেওঁক "গ্ৰেজুৱেট" উপাধি দিয়া হব আৰু যি ছাত্ৰই একাধিক বিষয়ৰ পাঠ্য শেষ কৰি পুনৰ আন বিষয়ে পঢ়াশুনা কৰিব আৰু বিশেষকৈ বিজ্ঞান চৰ্চ্চা কৰিব তেওঁক 'ডক্টৰ' উপাধি প্ৰদান কৰা হব। এশ ষোলজন ছাত্ৰেৰে বিশ্ববিদ্যালয়ৰ দুৱাৰ মুকলি কৰা হ'ল। এই ছাত্ৰবোৰে তেওঁলোকৰ ইচ্ছা অনুসৰি নিজৰ নিজৰ বিষয় বাছি লব পাৰিব। এই পাঠ্য-নিৰ্ব্বাচনী পদ্ধতি জেফাৰচনে ইউৰোপত দেখিছিল। কিন্তু আমেৰিকাত এয়েই এনে পদ্ধতিৰ প্ৰথম প্ৰচলন।

জেফাৰচনে আন এটি অভিনৱ নিয়ম কৰিলে। সেইটো হ'ল—এই বিশ্ববিদ্যালয়টো কোনো বিশেষ গিৰ্জ্জাৰ অধীন কৰা নহব। ইয়াৰ কাৰণে তেওঁ বহুতৰে অপ্ৰিয়-ভাজন হৈ পৰিছিল। এই বিশ্ব-বিদ্যালয়টো অসাম্প্ৰদায়িক। অৱশ্যে সেই সময়ত প্ৰত্যেক শিক্ষায়তনৰ ওপৰত এজন ধৰ্ম্মযাজক মুৰব্বী হিচাপে থকাৰ নিয়ম আছিল। কিন্তু ভাৰ্জিনিয়া বিশ্ববিদ্যালয়লৈ বিভিন্ন সম্প্ৰদায়ৰ ধৰ্ম্মযাজকসকলক প্ৰতি দেওবাৰে ধৰ্ম্ম উপদেশ দিবৰ কাৰণে আমন্ত্ৰণ কৰি অনা হৈছিল। ধৰ্ম্মসভাত যোগদান কৰা ছাত্ৰসকলৰ কাৰণে বাধ্যতামূলক নাছিল।

জেফাৰচনৰ আন এটা বিশিষ্ট পৰিকল্পনা হ'ল—ছাত্ৰসকলৰ স্বায়ত্ত-শাসন। তেওঁ ভাবিছিল যে সৰু-সুৰা অপৰাধবোৰৰ শাস্তিবিধানৰ ভাৰ বিশ্বাসযোগ্য ছাত্ৰসকলেৰে গঠিত এখন বোৰ্ডৰ হাতত দিয়াই উচিত। পৰীক্ষাত কোনো এটা বিষয়ত বিশেষ পাৰদৰ্শিতা দেখুৱাই উত্তীৰ্ণ হোৱাৰ ব্যৱস্থা তেৱেঁই প্ৰচলন কৰাব খুজিছিল। অৱশ্যে এই পৰিকল্পনাটো তেওঁৰ মৃত্যুৰ ষোল বছৰৰ পিছত কাৰ্য্যত পৰিণত হয়।

জেফাৰচনে প্ৰত্যেক অধ্যাপক আৰু ছাত্ৰৰ লগত যোগাযোগ ৰাখিবলৈ চেষ্টা কৰিছিল। বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলক তেওঁ প্ৰায়ে ঘৰলৈ খাবলৈ নিমন্ত্ৰণ কৰিছিল। চাৰি-পাঁচজন ছাত্ৰক সপ্তাহত এদিন তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ কৰিছিল। নৈশ-ভোজনৰ আগত আৰু পাছত তেওঁ প্ৰত্যেকৰ লগতে ব্যক্তিগতভাৱে কথা-বতৰা পাতিছিল। ছাত্ৰবোৰৰ খোৱা-বোৱাৰ ব্যৱস্থা তেওঁলোকে নিজেই কৰি লব লাগিছিল। সেই সময়ত তেওঁৰ শ্ৰৱণশক্তি ক্ৰমান্বয়ে কমি আহিছিল, সেই কাৰণে একেলগে কেইবাজনেও কথা পাতিলে তেওঁ ভালদৰে বুজিব নোৱাৰিছিল। ল'ৰাবোৰৰ আনন্দ নষ্ট নকৰিবৰ কাৰণে তেওঁ খোৱা-ঘৰৰ এচুকত অকলশৰে বহিছিল।

জেফাৰচনে তেতিয়াও বিশ্ববিদ্যালয়ৰ কাৰণে নানান পৰিকল্পনা কৰিছিল। এই আশী বছৰীয়া বুঢ়াজনে জ্যোতিষ-শাস্ত্ৰৰ কাৰণে এটা মান-মন্দিৰ আৰু এটা এনাটমিৰ লেবৰেটৰি প্ৰতিষ্ঠা কৰাৰ পৰিকল্পনা কৰিছিল। অৱশ্যে এইবোৰ কৰিবৰ কাৰণে সিমান টকা নাছিল।

এইবোৰ পৰিকল্পনাৰ মাজতো জেফাৰচনে যি আশা লৈ 'হোৱাইট হাউচ'ৰপৰা বিদায় হৈ আহিছিল সেই আশা তেওঁ মৰহি যাবলৈ দিয়া নাছিল। তেওঁ তেতিয়াও শাকনিখনৰ কাম কৰিছিল। এই বিশ্ববিদ্যালয়টোও যেন তেওঁৰ বাৰী-পতাৰ হেপাহৰ এটা বিশেষ দীপ্তিময় প্ৰকাশ—ই হ'ল শাক-পাচলি আৰু ফুলনি-বাগিছাখনৰ মাজত এজোপা বিৰাট বৰগছ। এই ফুলনিৰ আটাইতকৈ মনোমোহা ফুলবোৰ হ'ল তেওঁৰ নাতিনীয়েকহঁত।

যেতিয়া ককা জেফাৰচন একেবাৰে থাকিবৰ কাৰণে ঘৰলৈ উভতি আহিল, তেওঁৰ নাতিয়েকহঁতেও তেওঁৰ পিছে পিছে গোটেই বাৰীখন ঘূৰি ফুৰিছিল। তেওঁ সিহঁতৰ খেলা-ধূলাৰ তদাৰক কৰিছিল, নতুন নতুন খেল আবিষ্কাৰ কৰিছিল আৰু খেলত জিকিলে পুৰস্কাৰ দিছিল। তেওঁ মাজে মাজে সিহঁতক পঢ়াশুনাৰ বিষয়ে প্ৰশ্ন

কৰিছিল। যেতিয়াই কোনো ল'ৰাই পঢ়িবলৈ শিকিছিল, তেওঁ সেই ল'ৰালৈ চিঠি লিখিছিল আৰু যেতিয়া সেই ল'ৰাই লিখিব পৰা হৈছিল তেতিয়া সিও জেফাৰচনলৈ চিঠি লিখিবলগীয়া হৈছিল। যেতিয়া তেওঁ ঘৰৰপৰা আঁতৰত আছিল সেই ল'ৰাছোৱালীবোৰক আনন্দ দিব পৰা ছবি আৰু পত্ৰ সিহঁতলৈ পঠিয়াইছিল।

জেফাৰচন যিমানে বুঢ়া হৈ আহিল সিমানে তেওঁ সময়ৰ কাৰণে কৃপণ হৈ পৰিল। তেওঁ ভাবিলে, এজন মানুহে কৰিবলগীয়া কামখিনি তেওঁ কৰিব পৰা নাই। জীৱনৰ শেষৰ বছৰকিটা তেওঁ তেওঁৰ জ্ঞান আৰু কৰ্ম্মশক্তিৰ শেষ বিন্দুটোকও কামত লগাবলৈ চেষ্টা কৰিলে। এবাৰ তেওঁ তেওঁৰ জীয়েকক কৈছিল—'তুমি যদি সদায়ে অক্লান্তভাৱে কাম কৰি যাব পাৰা ; তুমি কিমান কাম কৰিব পাৰিবা দেখি নিজেই আচৰিত হবা।' সেয়েহে তেওঁ সদায়ে নিজক কামত ব্যস্ত ৰাখিছিল।

ৰাতি যিমান দেৰীকৈ নোশোৱক ঠিক দোকমোকলিতে তেওঁ বিচনা এৰিছিল। তেতিয়াও ঘৰৰ সকলো শুইয়ে থাকিব ; তেওঁ পুৱা চাহ-জলপান খোৱা পৰলৈকে চিঠি লিখিছিল আৰু পঢ়িছিল। পুৱা অৱশ্যে সোনকালেই তেওঁ চাহ-জলপান খাইছিল। চাহ-জলপান খোৱাৰ পিছতো আধা-ঘণ্টামান তেওঁ পঢ়াশুনা কৰিছিল। তাৰ পিছত তেওঁ বাৰীখন চাই-চিতি ঘোঁৰাত উঠি খেতি-খোলাবোৰ চাবলৈ গৈছিল। অৱশ্যে তেওঁ বেছি বুঢ়া হ'লত বিশ্ববিদ্যালয়লৈহে গৈছিল। পথাৰলৈ যাবলৈ এৰি দিছিল। উভতি আহি তেওঁ অধ্যয়ন কৰিছিল নতুবা নিজৰ টেবুলৰ কাষত বহি প্ৰগতিৰ নতুন নতুন আঁচনি যুগুত কৰি আনন্দ পাইছিল। এটাবপৰা তিনি বজালৈকে তেওঁ অশ্বাৰোহণ কৰিবই। সন্ধিয়া তেওঁ খোৱাৰ সময়ত আৰু খোৱাৰ পিছত বন্ধু-বান্ধৱৰ লগত কথা-বতৰা পাতে, নহলে কণ কণ নাতিনাতিনীহঁতৰ লগত খেলে। প্ৰায় ন'মান বজাত তেওঁ শোৱা কোঠালৈ গৈ বিচনাত পৰাৰ আগতে দুই-এক ঘন্টা পঢ়াশুনা কৰে।

জেফাৰচনৰ সৌভাগ্য যে বিশ্ববিদ্যালয় গঢ়ি তোলা কামত নিজকে তেওঁ ব্যস্ত ৰাখিব পাৰিছিল। নহলে যি ধাৰ তেওঁৰ টেটুত লাগিছিল সেই ধাৰে তেওঁক বিচলিত কৰি পেলালেহেতেন। ক্ৰমে ক্ৰমে এই ঋণ পৰিশোধ কৰিবৰ কাৰণে এটা এটাকৈ তেওঁৰ জমিদাৰী হাতৰপৰা এৰাই গৈছিল। তেওঁ সম্পত্তিহীন হৈ পৰিল। তেওঁ নিজৰ মাটিবোৰৰ কাৰণেই বছৰে বছৰে বেছি দুখীয়া হৈ পৰিবলৈ ধৰিলে। তেওঁৰ নিজৰ ১৮০৮ চনৰ 'এম্বাৰ্গো এক্ট'খনে আনৰ দৰেই তেওঁৰ খাত-পামবোৰৰো যথেষ্ট ক্ষতি কৰিলে। তাৰোপৰি ১৮১২ চনৰ যুদ্ধৰ কাৰণে তেওঁৰ উৎপন্ন বস্তু কপাহ আৰু ধঁপাত একো বেচিব নোৱাৰিলে।

যুদ্ধৰ সময়ত বৃটিচবোৰে 'কংগ্ৰেচ পুথি-ভঁৰালটো' পুৰি পেলাইছিল। জেফাৰচনে দেখিলে যে এই সুযোগতে একেলগে দেশৰো উপকাৰ হব আৰু তেওঁক ধাৰ দিয়াসকলকো অলপ সন্তুষ্ট কৰিব পাৰিব। নিজৰ পুথি-ভঁৰালটো তেওঁ চৰকাৰক বেচি দিলে। সেই পুথি-ভঁৰালটো দেশৰ ভিতৰতে এটা শ্ৰেষ্ঠ আৰু ডাঙৰ পুথি ভঁৰাল-বোৰৰ অন্যতম আছিল। যোৱা আঢ়ৈ কুৰি বছৰে তেওঁ অশেষ কষ্ট আৰু চেষ্টা কৰি সেই পুথি-ভঁৰালৰ গ্ৰন্থবোৰ সংগ্ৰহ কৰিছিল। তেওঁ এইটো বেচি পোৱা সমুদায় টকাৰে যদিও ধাৰ মাৰিলে তথাপি সমস্ত ঋণ পৰিশোধ কৰিব নোৱাৰিলে। আন এটা অৰ্থনৈতিক আঘাতে তেওঁক বিধ্বস্ত কৰিবলৈ উপক্ৰম কৰিলে। ভাৰ্জিনিয়াৰ আগৰ শাসনকৰ্ত্তা আৰু জেফাৰচনৰ পুৰণা ৰাজনৈতিক বন্ধু উইলচন নিকলাচৰ জোঁৱায়েক টমাচ জেফাৰচন ৰেণ্ডল্ফ্ সেই সময়ত দেউলিয়া হয়। জেফাৰচনে এবাৰ নিকলাচক বিশ হেজাৰ ডলাৰৰ এখন নোটত অনুমোদন কৰি চহী দিছিল কাৰণেই সেই টকাও তেৱেঁই ভৰিব-লগীয়া হ'ল। এই চূড়ান্ত আঘাতে জেফাৰচনক সৰ্ব্বস্বান্ত কৰিলে।

নিৰাশ হৈ জেফাৰচনে তেওঁৰ অৱশিষ্ট সম্পত্তি আনকি মন্টিচেলো পৰ্য্যন্ত বেচিব খুজিলে। কিন্তু মন্টিচেলো কিনিবপৰা ধনী গ্ৰাহক

নোৱাৰ। আইন-পৰিষদে তেওঁক তেওঁৰ সম্পত্তি চিঠিখেল খেলাই বেচিবলৈ অনুমতি দিব পাৰেনে নোৱাৰে সেই বিষয়ে অনুসন্ধান কৰিবলৈ তেওঁ কেবেলক অনুৰোধ কৰিলে। এই অনুমতি তেওঁক দিয়া হ'ল। কিন্তু যুক্তৰাজ্যৰ তেওঁৰ বন্ধু-বান্ধৱসকলে যেতিয়া শুনিলে যে মন্টিচেলোৰ ঋষিয়ে এইদৰে গৃহহাৰা হবলৈ গৈছে তেতিয়া তেওঁলোকে খবৰকাগজৰ যোগেদি তেওঁৰ সাহায্যৰ কাৰণে জাননী দি ৰাইজৰ সহায় বিচাৰিলে। ধনগুণি তোলা আৰম্ভ হ'ল। নিউইয়ৰ্কে পঠালে আঠ হেজাৰ ডলাৰ, ফিলাডেল্‌ফিয়াৰপৰা আহিল পাঁচ হেজাৰ আৰু বাল্টিমোৰৰপৰা তিনি হেজাৰ ডলাৰ আহিল। এয়া মাত্ৰ আৰম্ভহে হ'ল।

এটা বিশেষ ঘটনাৰ কাৰণে তেওঁৰ জীৱনৰ শেষ দিনকেইটা আনন্দময় হৈ পৰিল। ১৮২৪ চনত লাফায়েতে আমেৰিকা পৰিদৰ্শন কৰিবলৈ আহোঁতে মন্টিচেলোলৈ গৈছিল। ছয়ত্ৰিশ বছৰৰ আগত ফৰাচী বিপ্লৱৰ সূচনাৰ সময়ত এই দুই বন্ধুৰ শেষ দেখাদেখি হৈছিল। তেতিয়া তেওঁলোক দুইজনেই আছিল চফল ডেকা। তেতিয়াৰ পৃথিৱীখন এতিয়াতকৈ বেলেগ আছিল। লাফায়েতৰ বয়স এতিয়া ৬৭ বছৰ, কাৰাবাসৰ কঠোৰ নিৰ্য্যাতনে তেওঁক চিৰদিনৰ কাৰণে খোঁৰা কৰিলে। আৰু জেফাৰচনৰ বয়স একাশী বছৰ ; তেওঁ তেতিয়া মৃত্যুৰ দুৱাৰদলিত উপস্থিত। এওঁলোক দুজনৰ ভিতৰত চিঠি-পত্ৰৰ আদান-প্ৰদান আছিল। তেওঁলোকৰ বন্ধুত্বৰ কোনো ব্যতিক্ৰম হোৱা নাই, দৃষ্টি-ভঙ্গীৰ কোনো পৰিৱৰ্ত্তন হোৱা নাই।

জেফাৰচনে জানিছিল যে তেওঁ আৰু খুব বেছি দিন নাবাচে। আডাম্‌চে তেওঁক এবাৰ সুধিলে যে তেওঁ তেওঁৰ জীৱনৰ দিনবোৰ ঘূৰাই পাবলৈ আশা কৰেনে নকৰে। উত্তৰত জেফাৰচনে ক'লে যে তেওঁ ঘূৰাই পাবলৈ বিচাৰে ; কাৰণ তেওঁ ভাবে যে তেওঁৰ জীৱন সুখী আৰু সাৰ্থক হৈছে আৰু তেওঁ স্বভাৱতে আশাবাদী। তেওঁৰ জীৱন কোনো দিনেই তেওঁৰ কাৰণে বিৰক্তিকৰ

হোৱা নাছিল, কাৰণ তেওঁ সকলো সময়তে এটা নহয় এটা আনন্দদায়ক কাম হাতত ৰাখিছিল। সমালোচনাৰ বিষয়ে তেওঁ খুব আত্মসচেতন আছিল। তেওঁ যথেষ্ট সমালোচনাৰ সন্মুখীন হ'বলগীয়া হৈছিল, কিন্তু সেই সকলোবোৰ নীৰৱে সহিব পৰা গুণ তেওঁৰ আছিল। সেই কাৰণেই তেওঁ সৰ্ব্বসাধাৰণৰ বাক্-স্বাধীনতাৰ ওপৰত কেতিয়াও আস্থা হেৰুৱা নাছিল।

জেফাৰচনে কৈছিল যে তেওঁৰ এটাই ভয় আছিল, কাৰণ বহুত বেছি দিন জীয়াই থাকিলে হয়তো বাৰ্দ্ধক্যৰ কাৰণে একেটা কথাকে বাৰে বাৰে কৈ আনক আমনি দিব লাগিব। কিন্তু সেই ভয় আৰু নাথাকিল, তেওঁ বুজিব পাৰিলে যে যি বেমাৰে তেওঁৰ লগ লৈছে সেই বেমাৰে তেওঁক সোনকালেই ইহ জগতৰ পৰা আঁতৰাই লৈ যাব।

এদিন বাৰাণ্ডাইদি ওলাই আহোঁতে গাঁত এটাত ভৰিটো সোমাই তেওঁ পৰি গ'ল আৰু তেওঁৰ বাওঁ হাতখন ভাগিল। একাশী বছৰীয় এজন বুঢ়া মানুহৰ কাৰণে এনেকুৱা দুৰ্ঘটনা খুব আশঙ্কাজনক। বহুত দিনলৈকে তেওঁৰ বাওঁ হাতখন আৰু হাতৰ আঙুলিবোৰ অকৰ্ম্মণ্য হৈ আছিল, লেখাৰ প্ৰশ্নই নুঠে। এতিয়া বাৰ্দ্ধক্যৰ নানান ৰকম উপসৰ্গৰ লগতে গ্ৰহণীৰোগ লগ লাগি তেওঁৰ দেহৰ সকলো শক্তি ক্ষয় নিয়াবলৈ ধৰিলে। শেষৰফালে নিজৰ বাৰীখনতে তেওঁ অলপ ফুৰাচকা কৰাৰ বাহিৰে আন একো কৰিব নোৱাৰিছিল। কিন্তু তেতিয়াও তেওঁ ঘোঁৰাত উঠিবলৈ বিচাৰিছিল।

অশ্বাৰোহণ-বিহীন এটা দিন জেফাৰচনৰ কাৰণে বেলি নোলোৱা দিনৰ নিচিনা লাগিছিল। বহু বছৰ ধৰি প্ৰতিদিনে ওচৰচুবুৰীয়া মানুহবোৰে ঘোঁৰাৰ পিঠিত উঠি ফুৰা এই ক্ষীণ দীঘল মানুহজনক দেখি আহিছে।

তেওঁৰ সমাধি-শিলাৰ ওপৰত লিখিবলগীয়া বাণীটো তেওঁ নিজেই লিখি থৈ গৈছে। কিন্তু আচৰিত কথা এই মানুহজনে ইমান কাম কৰিছে, ইমান সন্মান অৰ্জ্জন কৰিছে জীৱনৰ কামৰ

লেখ দিবলৈ গৈ সেইবোৰৰ একোৰেই উল্লেখ নকৰিলে। দেশৰ ৰাষ্ট্ৰপতি হোৱাটোৱেই শ্ৰেষ্ঠ গৌৰৱ নহয়, তেওঁ দেশক দি যোৱা যিবোৰ বস্তুৰ সহায়ত দেশখন মহান আৰু গৌৰৱান্বিত হৈ উঠিব পাৰে সেইবোৰেই তেওঁৰ শ্ৰেষ্ঠ গৌৰৱৰ স্থল আছিল।

তেওঁৰ ৰাষ্ট্ৰপতিত্ব অতীতৰ বস্তু, কিন্তু তেওঁৰ এই তিনিটা কথাই দেশক সোণালী ভৱিষ্যতৰ ফালে বাট দেখুৱাই লৈ যাব পাৰিব।

তেওঁৰ সমাধিস্তম্ভত এইদৰে লেখা আছে—

এই ঠাইত
টমাচ জেফাৰচনক
সমাধিস্থ কৰা হৈছে।
তেওঁ আছিল
আমেৰিকাৰ স্বাধীনতাৰ ঘোষণাপত্ৰৰ আৰু
ভাৰ্জিনিয়াৰ ধৰ্ম্মৰ স্বাধীনতা-আইনৰ ৰচয়িতা আৰু
ভাৰ্জিনিয়া বিশ্ববিদ্যালয়ৰ জন্মদাতা।

১৮২৬ চনৰ জুলাই মাহৰ তিনি তাৰিখে টমাচ জেফাৰচন অসুস্থ হৈ মৃত্যু-শয্যাত হলি পৰিল। এই সময়ত তেওঁৰ চিন্তা হ'ল—তেওঁৰ অবিহনে ভাৰ্জিনিয়া বিশ্ববিদ্যালয়ৰ ৰেক্টৰৰ দায়িত্ব কোনে লব? মেডিচনে এই ভাৰ লব বুলি ভাবি তেওঁ অলপ শান্তি পাইছিল। তাৰ পিছত তেওঁৰ অসুখ বেছি হৈ আহিল আৰু তেওঁ পঞ্চাশ বছৰৰ আগৰ কথা ভ্ৰম বকিবলৈ ধৰিলে। সেই সময়ত আমেৰিকাৰ উপনিবেশবোৰ বিদ্ৰোহ ঘোষণা কৰিবলৈ প্ৰায় উদ্যত হৈছিল। জেফাৰচনে তেওঁৰ সেইদিনৰ অৱস্থাৰ কথা ভাবি সেই সময়ৰ নিৰাপত্তা-সমিতিৰ কথা উল্লেখ কৰি প্ৰলাপতে ক'লে—"নিৰাপত্তা সমিতিক সজাগ থাকিবলৈ সাৱধান কৰি দিয়া।"

ৰাতি জেফাৰচনৰ স্বাভাৱিক জ্ঞান উভতি আহিল। বিচনাৰ কাষত থিয় হৈ থকাসকলক সুধিলে—'আজি চতুৰ্থী নেকি?' সকলোৱে বুজিব পাৰিছিল তেওঁ কিহৰ কথা সুধিছে; কিন্তু তেওঁৰ

ভুল ভাঙি দি কোনেও উত্তৰ দিব নোৱাৰিলে। জেফাৰচনে আকৌ সুধিলে—'আজি চতুৰ্থী নেকি?' তেওঁৰ জোঁৱায়েকে মূৰ জোকাৰি শলাগিলে। জেফাৰচনৰ মুখৰপৰা এটা সৰু শব্দ ওলাই আহিল—'ওঁ'। বোধহয় তেওঁ সুখী হৈছে। সেইদিনা ৱাচিংটনত পঞ্চাশতম স্বাধীনতা দিবসৰ আনন্দ উৎসৱ হৈছে। এইবাৰ তেওঁ সেই উৎসৱৰ এজন মাননীয় অতিথি হিচাপে পোৱা আমন্ত্ৰণ প্ৰত্যাখ্যান কৰিবলগা হ'ল। আজি তেওঁ গোটেই জীৱনৰ কামৰ হিচাপ বুৰঞ্জীৰ পাতত লিখি যাব লাগিব। আজি তেওঁৰ অন্তৰ শান্ত। তেওঁ আকৌ শুই পৰিল, বুৰঞ্জীয়ে তেওঁক প্ৰতাৰণা কৰা নাই। ১৮২৬ চনৰ ৪ জুলাইৰদিনা দুপৰীয়া এক বজাত তেওঁ শেষ নিশ্বাস পেলালে।

সেইদিনা মেচাচুচেট্‌চৰ ব্ৰেনট্ৰীত একানব্বৈ বছৰ বয়সত জন আডাম্‌চও মৃত্যু শয্যাত। পঞ্চাশতম স্বাধীনতা দিবসৰ সূৰ্য্যাস্তৰ লগে লগে আডামচে্ও ইহলীলা সমাপন কৰিলে। মৃত্যুৰ সময়ত আডাম্‌চৰ শেষ কথাষাৰি আছিল—

'টমাচ জেফাৰচন এতিয়াও জীয়াই আছে।'

( অন্ত )

—•—